[illegible]

# উপেন্দ্ৰচন্দ্ৰ লেখাৰু

সম্পাদক

শ্ৰীভগৱান মৰল






অসম সাহিত্য সভা

UPENDRA CHANDRA LEKHARU—A collection of articles on the life and works of Upendra Chandra Lekharu, ex-president, Asam Sahitya Sabha, compiled and edited by prof. Bhagavan Maral, published by Sri Nagen Saikia, general secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhavan, Jorhat, Assam. May 1981. Price Rs. 12·00 only

তত্ত্বপিপাসু

উপেন্দ্ৰচন্দ্ৰ লেখাৰু

সম্পাদক

অধ্যাপক ভগৱান মৰল

প্ৰকাশক

শ্ৰীনগেন শইকীয়া

প্ৰধান সম্পাদক, অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-১

বেটুপাতৰ শিল্পী

শ্ৰীহৰকুমাৰ ডেকা

মূল্য : ১২ ০০ টকা মাত্ৰ

ছপাশাল :

ভাৰত প্ৰেছ

শান্তিপুৰ, গুৱাহাটী-৯

অসম চৰকাৰৰ দ্বাৰা অনুমোদিত সুলভ মূল্যৰ কাগজত ছপা কৰা হ'ল।

# প্ৰধান সম্পাদকৰ একাষাৰ

অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ ধিং অধিবেশনৰ সভাপতিৰ আসন অলংকৃত কৰি যোৱা এগৰাকী নীৰৱ আৰু নিৰহংকাৰী পণ্ডিত, অসমীয়া পুৰণি সাহিত্যৰ—বিশেষকৈ বৈষ্ণৱ-সাহিত্যৰ গৱেষক অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৱে ৭৪ বছৰ পাঁচ মাহ বয়সত ১৯৭৯ চনৰ ৩ জুন তাৰিখে শেষ নিশ্বাস ত্যাগ কৰিলে। স্বৰ্গীয় লেখাৰু ডাঙৰীয়াই কটন কলেজৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পিছত বৃন্দাবনত থকা সময়ছোৱাত গৱেষণা পৰিচালক অধ্যাপক স্বৰূপে দায়িত্ব নিৰ্বাহ কৰে। এই সময়তে কেইবাগৰাকীও যোগ্য ব্যক্তিয়ে তেখেতৰ অধীনত গৱেষণা কৰি ডক্টৰেট্ উপাধি লাভ কৰে। অসমীয়া ৰামায়ণী সাহিত্যৰ বিষয়ে তেখেতৰ অধ্যয়নে আৰু কথাগুৰুচৰিতৰ সম্পাদনাৰ দৰে কেইটিমান উল্লেখযোগ্য কামে তেখেতৰ কৃতিত্বৰ স্বাক্ষৰ বহন কৰি থাকিব। শেষ বয়সত যেন তেখেতে জ্ঞানযোগৰ পৰা ভক্তিযোগলৈ নিজকে উন্নীত কৰাইছিল। অহংকাৰশূন্য, সৰল, আত্মপ্ৰচাৰবিমুখ এইগৰাকী ব্যক্তিৰ ব্যক্তিত্বৰ মাজেদি পৰিস্ফুট হৈছিল অসমীয়া বৈষ্ণৱ সংস্কৃতিৰ এটি মোহনীয় দিশ। আমি তেখেতৰ স্মৃতিত আন্তৰিক শ্ৰদ্ধাঞ্জলি নিৱেদন কৰিলোঁ।

তেখেতৰ পৰলোক প্ৰাপ্তিৰ পিছত অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিয়ে তেখেতৰ ব্যক্তিত্ব আৰু কাৰ্যৰ বিষয়ে আলোচনা সমৃদ্ধ এখনি সোঁৱৰণী গ্ৰন্থ প্ৰকাশ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে আৰু

অসমীয়া ভাষাৰে এগৰাকী নিৰলস সেৱক, প্ৰাগ্‌জ্যোতিষ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক শ্ৰীভগৱান মৰল দেৱক সম্পাদনাৰ দায়িত্ব দিয়ে। শ্ৰদ্ধেয় মৰল ডাঙৰীয়াই লেখাকৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ বিষয়ে জনা আৰু আকৰ্ষণ অনুভৱ কৰা প্ৰায় বাইশ গৰাকী ব্যক্তিৰ লগত যোগাযোগ কৰি প্ৰবন্ধ সংগ্ৰহ কৰি আনি গ্ৰন্থখনি সজাই উলিয়ায়।

আমি সভাৰ ফালৰ পৰা অধ্যাপক শ্ৰীযুত ভগৱান মৰল দেৱলৈ কৃতজ্ঞতা জনোৱাৰ লগতে গ্ৰন্থখনিৰ প্ৰবন্ধ লেখকসকললৈ আৰু পাণ্ডুলিপিটো পুনৰীক্ষণ কৰি দিয়োঁতা অসম সাহিত্য সভাৰ চলিত বছৰৰ সভাপতি শ্ৰদ্ধেয় শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামী দেৱলৈও কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

গ্ৰন্থখনিৰ বেটুপাত আঁকি দিয়াৰ বাবে শ্ৰীহৰকুমাৰ ডেকাক আৰু গ্ৰন্থখনি কম সময়ৰ ভিতৰত ছপাই দিয়াৰ বাবে গুৱাহাটীৰ 'ভাৰত প্ৰেছ'ৰ স্বত্বাধিকাৰী আৰু কৰ্মীবৃন্দকো ধন্যবাদ জ্ঞাপন কৰিলোঁ। অসম সাহিত্য সভাৰ সহকাৰী সম্পাদকদ্বয় শ্ৰীপ্ৰকাশ গোস্বামী আৰু শ্ৰীসতীশ চন্দ্ৰ চৌধুৰীৰো গ্ৰন্থখনিৰ প্ৰকাশত থকা অৰিহণাৰ বাবে তেখেতসকলৰো শলাগ লওঁ। ইতি—

নগেন শইকীয়া
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

মাৰ্চ ২২, ১৯৮১
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

# জগনামুখৰ আদৰণি

আত্মপ্ৰচাৰ বিমুখী, নীৰৱ সাধক শ্ৰদ্ধেয় অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু দেৱৰ কৰ্মময় জীৱনত গীতাৰ "অদ্বেষ্টা সৰ্ব্বভূতানাং মৈত্ৰঃ করুণ এবচ। নিৰ্ম্মমো নিৰহঙ্কাৰঃ সম দুঃখঃ সুখঃ ক্ষমী ॥ সন্তুষ্টঃ সততং যোগী যতাত্মা দৃঢ় নিশ্চয়।" (গীত-১২ শ অঃ ১৩/১৪) কথাষাৰি সুন্দৰকৈ বজিতা খাই বাবেই তত্ত্বপিপাসু লেখাৰু দেৱ বৃন্দাবনৰ ৰাইজৰ চকুত "অসমৰ মহাত্মা", অসমৰ ৰাইজৰ চকুত অসমীয়া বৈষ্ণৱ-সাহিত্যৰ তত্ত্বপিপাসু নীৰৱ সাধক। জীৱনৰ আৰম্ভণিৰে পৰা হাজাৰ বিপদ-বিঘিনিৰ মাজত পৰি ধৈৰ্যচ্যুত নহৈ কচুপাতৰ পানী হৈ 'কৰ্ম্মন্যেবাধিকাৰস্তে মা ফলেষু কদাচন' বাণীৰ সাৰৱত্তা ৰক্ষা কৰি সংসাৰী হৈয়ো বৈৰাগ্যৰ অনুশীলন কৰা শ্ৰদ্ধেয় লেখাৰু দেৱে মানৱ জাতিক সুখী জীৱন যাপনৰ মধুৰ আদৰ্শ দি গৈছে। তেখেতৰ গুণমুগ্ধ গুণী সুধী কেইবাজনো লোকে লেখাৰুদেৱৰ জীৱনৰ বিভিন্ন দিশত আলোকপাত কৰি ৰচনা কৰা প্ৰবন্ধবোৰেই যথাৰ্থ নিদৰ্শন। ইয়াৰ উপৰিয়ো লেখাৰু দেৱে কৰি যোৱা বিভিন্ন সাহিত্য কৰ্ম, বিশেষকৈ অপ্ৰকাশিত হৈ থকা 'স্বপ্ন-বিচিত্ৰা' আৰু 'কবিতা-সম্ভাৰে' তেখেতৰ মানসিকতাৰ সম্যক পৰিচয় জ্ঞাপন কৰিব পাৰে।

শ্ৰদ্ধেয় লেখাৰু দেৱৰ মৃত্যু বৰ্ষত (১৯৭৯ জুন ৩) অসমীয়া ভাষা সাহিত্যৰ নীৰৱ সাধক হিচাপে তেখেতৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিবলৈ অসম সাহিত্য সভাই সিদ্ধান্ত লোৱাত বহু কেই 'গুণী,

সুধীলোকৰ পৰা প্ৰবন্ধ সংগ্ৰহ কৰি 'তত্ত্বপিপাসু উপেন্দ্ৰচন্দ্ৰ লেখাৰু' গ্ৰন্থখনি প্ৰকাশ কৰি তেখেতৰ স্মৃতি অৰ্ঘ্য অৰ্পণ কৰা হ'ল। যিসকল সুধীয়ে লেখাৰুৰ প্ৰতি গুণমুগ্ধ হৈ লেখাৰু-জীৱনৰ বিভিন্ন দিশৰ প্ৰতি আলোক পাত কৰি লিখা প্ৰবন্ধ-পাতি প্ৰকাশৰ বাবে দিলে, অসম সাহিত্য সভাৰ হৈ আৰু নিজৰ ৰবীয়াকৈ তেওঁলোকক সশ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

লেখাৰু পৰিয়ালৰ ব্যক্তিসকলে বিশেষকৈ লেখাৰুদেৱৰ পুত্ৰদ্বয় শ্ৰীৰঞ্জনচন্দ্ৰ লেখাৰু আৰু শ্ৰীনৃপেন্দ্ৰচন্দ্ৰ লেখাৰু আৰু শ্ৰদ্ধেয় লেখাৰুৰ পত্নী শ্ৰদ্ধেয়া শ্ৰীযুতা প্ৰেমদা লেখাৰুৱে তেখেতৰ বিভিন্ন বহী-কিতাপ চকু ফুৰাই চাবলৈ আৰু অনেক অজ্ঞাত সম্বাদ জানিবলৈ সুবিধা কৰি দিয়াত আমি আটাইকে ধন্যবাদ জ্ঞাপন কৰিছোঁ। অসম সাহিত্য বৰ্ত্তমানৰ সভাপতি অধ্যাপক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীদেৱে পুনৰীক্ষণ কৰি দিয়া এই গ্ৰন্থৰ পাণ্ডুলিপিবোৰ যথেষ্ট কষ্ট কৰি চাই-মেলি প্ৰকাশোপযোগী কৰাই দিয়াত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীনগেন শইকীয়াক আমি সস্নেহ ধন্যবাদ জ্ঞাপন কৰিছোঁ।

গ্ৰন্থখনি সৰ্বাঙ্গসুন্দৰ কৰিবলৈ শ্ৰদ্ধেয় অধ্যাপক গদাধৰ দেৱশৰ্মা, বন্ধুবৰ ড° হেমন্ত কুমাৰ শৰ্মা, অধ্যাপক দুৰ্গেশ্বৰ শৰ্মা, অধ্যাপক ৰাম চৰণ ঠাকুৰীয়া আদিয়ে দিহা-পৰামৰ্শ দি আমাক সহায় কৰা বাবে আটাইকে ধন্যবাদ জ্ঞাপন কৰিছোঁ।

সদৌ শেষত গুৱাহাটীৰ 'ভাৰত প্ৰেছ'ৰ স্বত্বাধিকাৰী শ্ৰীপবিত্ৰ বৰুৱা আৰু কৰ্মীবৃন্দই নিচেই কমদিনৰ ভিতৰতে গ্ৰন্থখনি ছপাই উলিয়াই দিয়া বাবে আটাইকে ধন্যবাদ জনাইছোঁ। ইতি

ভগৱান মৰল
২২ মাৰ্চ, ১৯৮১

# সূচী

## প্ৰথম ভাগ

### ব্যক্তি আৰু ব্যক্তিত্ব



## দ্বিতীয় ভাগ

### লেখাৰুৰ-প্ৰতিভাৰ স্বাক্ষৰ

## তৃতীয় ভাগ

### পৰিয়ালৰ সান্নিধ্যপ্ৰাপ্ত লেখাক



## পৰিশিষ্ট

## অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিত্ৰয় ১৯৬০

**কটন কলেজৰ পৰা লেখাকৰে বিদায় গ্ৰহণৰ সময়ত—**



বহি (বাওঁফালৰপৰা) প্ৰাক্তন সভাপতি অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, অধ্যক্ষ শ্ৰীহৰিশ্চন্দ্ৰ গোস্বামী (কটন কলেজ), অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাক আৰু অধ্যাপক গিৰিধৰ শৰ্মা।

থিয় হৈ (বাওঁফালৰপৰা) প্ৰাক্তন প্ৰধান সম্পাদক ড° শ্ৰীহেমন্ত কুমাৰ শৰ্মা, অধ্যাপিকা শ্ৰীভুবনেশ্বৰী বৈশ্য আৰু বৰ্তমান গুৱাহাটী পৌৰ নিগমৰ মেয়ৰ অধ্যাপক শ্ৰীবিনয়ভূষণ চৌধুৰী।

# উপেন্দ্ৰ-প্ৰশস্তি

### শ্ৰীগদাধৰ দেৱশৰ্মা

বিদ্যা আৰু বিনয়ৰ সমাহাৰ য'ত,
তাতে ফুলে যিটোপাহ ফুল;
নজহে নপমে জানো সেইপাহ ফুল,
বৰ্ণে গন্ধে সৃষ্টিত নিটোল;
তুমি যেন তাৰ সমতুল।

২

স্মিতহাস, প্ৰিয়ভাষ, ধীমন্ত, সুন্দৰ,
শুদ্ধমতি, ঋজুগতি ভাবত গম্ভীৰ।
গীতাৰ ভকতি-ৰতি তোমাৰ পালন,
দ্বেষহীন মিত্ৰ তুমি করুণ সুজন;
মমত্ব নেওচি তুমি ত্যাজিলা অস্মিতা,
সুখ-দুখ সম যাৰ ক্ষমা অনিন্দিতা। *
ভট্টদেৱ ৰচয়িতা ভক্তি-বিবেকৰ
সদৰী কৰিলা তাৰ গভীৰ তত্ত্বৰ।
উপন্যাস ৰজনীৰ যত্নে আলোচিলা,
সাহিত্যৰ মণি-কোঠা তুমি উজলালা।
তোমাৰ অক্ষয় কৃতি গুৰুৰ চৰিত,
সম্পাদন সুশোভন আৰু সুবিহিত।
ৰামায়ণ সাহিত্যকো কৰিলা বিদিত,
পুণ্যকথা ভাৰত তোমাৰ আলোচিত।

৩

পঠনে-পাঠনে পূৰ্ব সূৰীৰ সন্নিভ,
আছিলা নিয়ত ৰত তুমি সপ্ৰতিভ।
জ্বলালা যি মণি-দীপ পূজাৰ বেদীত,
কৰি সুযতন;
জ্বলি ৰব সেই দীপ সময় বুকুত,
হই অনিৰ্বাণ।

---

* গীতা: অ: ১২, শ্লোক ১৩

# লেখারু-চৰিত্ৰৰ একাধ্যায়

শ্ৰীতীৰ্থনাথ শৰ্ম্মা

উপেন লেখাৰু সম্পৰ্কে দু-আষাৰ লিখো বুলি কাপ-কাঠী যতনাই লওঁতেই লগে লগে এটি শুভ্ৰ-বসন পৰিহিত কৃষ্ণবৰ্ণ সৌম্য মূৰ্ত্তি মানস চকুত ওপঙি উঠিল। একোজন লোকৰ মানস ছবি বিশেষ পোছাক এটাৰ লগত জড়িত হৈ থাকে। যিসকল লোকে আজি ইটো কালি সিটোকৈ বেলেগ বেলেগ পোছাক পিন্ধাৰ বিলাস কৰে তেওঁবিলাকৰ মানস ছবি প্ৰায় অস্পষ্ট হৈ ৰয়। অথবা মানুহজনে প্ৰতি মনত সাঁচি থোৱা ফটোখন বিভিন্ন প্ৰকাৰৰ হয়। লেখাৰুৰ বেলিকা কিন্তু একেটি ফটোসহ প্ৰতি মানসতে বিৰাজ কৰিছে। সেই অযত্নপালিত চুটি চুলি, সযত্ন ৰক্ষিত এটাৰ নাতিবৃহৎ গোঁফ, এটা বগা পাঞ্জাবী চোলা তাৰ ওপৰত দুভগীয়াকৈ ডিঙিত ওলোমাই থোৱা গুণাফুলীয়া অসমীয়া চাদৰ, ভৰিত এযোৰ 'পামচু'। এই মূৰ্তিৰেই সকলো লোকে লেখাৰুক মনত পেলায়; কাৰণ পাছৰ জীৱনত তেওঁৰ আন মূৰ্তি দেখা নগৈছিল। পোছাকটো মানুহজনৰ ব্যক্তিত্বৰ লগত এনেদৰে খাজে খাপে খাই পৰিছিল যে তাক ভাবিলে ধাৰণা হয় যে এজন বিশেষ ব্যক্তিত্ব সম্পন্ন পুৰুষে পোছাকটো নিজে ভাবি-চিন্তি বাছি লোৱা নহয়, পোছাকটোৱেহে নিজৰ উপযোগী মানুহজন বাছি উলিয়াইছে। উপেন লেখাৰুৰ পোছাকটোৱেই ভিতৰৰ শুভ্ৰ-নিৰ্মল মানুহজনৰ দাপোণ স্বৰূপ কাম কৰিছিল।

বৰ্ত্তমান যুগটো বোলে সভ্যতাৰ যুগ। সুসভ্য মানুহক বুজাহে

কঠিন। কথা-বতৰাত অতি বিনয়ী মানুহজনৰো ভিতৰখন দম্ভ অহংকাৰত ওকন্দি থাকে। বাহিৰৰ ব্যৱহাৰত তাক বুজিব নোৱাৰি, বুজিবলৈ অনুৰূপ এজন শিয়ান সুসভ্য লোক হব লাগিব। এক প্ৰকাৰে কলে ঢাকিব জনাই হ'ল সভ্যতা আৰু লুকুৱাব নজনাই হ'ল অসভ্যতা বা অসংস্কৃত জীৱনৰ ছটা চিন। পাছে আমাৰে ভিতৰত এনে এজন লোকৰ সাক্ষাৎ পাইছিলো যি আধুনিক সুসভ্য লোক হৈয়ো কৌটিল্য কাক বোলে নাজানিছিল, আওপকীয়াভাৱে বচন মুবুলিছিল, অথচ কথাৰ মৃদুতা, মধুৰতাই তেওঁৰ ব্যৱহাৰ আৰু বাণীক এটা সুকীয়া ৰহণ দিছিল। কঠোৰতাৰ কাষকো চাপিব নোৱাৰা লেখাৰু পৰীক্ষাৰ উত্তৰ-পত্ৰ চাওঁতেও পৰীক্ষাৰ্থী কেনেবাকৈ 'ফে'ল' হয় বুলি পদে পদে সতৰ্ক আছিল। লেখাৰুৰ হাতত যদি কোনো পৰীক্ষাৰ্থীয়ে উত্তীৰ্ণ হোৱাকৈ 'নম্বৰ' নাপায় তেনেহলে বুজিব লাগিব তেওঁৰ প্ৰতি বৃহস্পতি পোন নহয়। শ্ৰেণীত পঢ়াই থাকোঁতে ল'ৰাই কোঢ়াল কৰি থাকে, অধ্যাপক লেখাৰুৰ তালৈ ভ্ৰূক্ষেপ নাই। দাবি-ধমক দি শান্ত কৰিবলৈ যিখিনি খং-ৰাগ উঠিব লাগে সেইখিনি খং-ৰাগে লেখাৰুৰ মনত ঠাই নাপায়।

কথা-বতৰাত লেখাৰু চেলবেলীয়াও নাছিল, ভলভলীয়াও নাছিল। জুখি-মাখি কথা কোৱাই তেখেতৰ স্বভাৱসিদ্ধ অভ্যাস আছিল। নিচেই অন্তৰংগ বন্ধুৰ লগতো অযথা বাগ্-ব্যৱহাৰ কৰি বন নোহোৱাৰ বন চপাই লোৱা সজ তেখেতৰ নাছিল। লেখাৰুৱে নিজৰ কথাই হওক বা আনৰ কথাই হওক, মধে-মধে কৈ পেলায় পাছত পাকত পৰাৰ থল নাৰাখিছিল। সেইদেখি লেখাৰুৰ কস্মিন কালেও শত্ৰু আছিল বুলি কোনেও কব নোৱাৰে। এনে মৃদুভাষী সু-কোমল মানুহজন যে হাস্যৰসিক আছিল তাক এদিন দুদিন সান্নিধ্যলৈ আহিয়েই গম ধৰিব নোৱাৰি। সভা সমিতিৰ ভাষণবোৰত লেখাৰুৰ হাস্যৰসিকতাৰ ফালটো বিশেষৰূপে পৰিস্ফুট হৈছিল। কলেজৰ সভামঞ্চত, ছাত্ৰাবাসৰ আদৰণী বা বিদায় সভালৈ 'লেখাৰু ছাৰক' নমতাকৈ ছাত্ৰসকলে পৰাপক্ষত নেৰিছিল।

লেখাকৰ বক্তৃতালৈ সেইদিনৰ ছাত্ৰসকলৰ এটা মোহ যেন আছিল। লেখাকৰে বক্তৃতা দিবলৈ উঠি এঁ নৌ কৰোঁতেই কি ছাত্ৰ, কি অধ্যাপক সকলোৰে ওঁঠত হাঁহি একোটা আপোনা-আপুনি বিৰিঙি উঠিছিল। এবাৰ কটন কলেজৰ দ্বিতীয় ছাত্ৰাবাসৰ এখন বিদায় সভাত তেখেতে দিয়া বক্তৃতা এটাৰ কথা মনত আছে। ছাত্ৰসকলক উদ্দেশ্য কৰি তেখেতে কৈছিল "ইয়াৰপৰা তোমালোকৰ খেনেকুৱে পৰীক্ষা দি উঠি 'পাছ' কৰি ছিলং আদি স্বৰ্গলৈ যাবা, খেনো আকৌ মৰ্ত্যলোকলৈ ঘূৰি আহিবা, খেনোজন আকৌ দুয়োটাকে বাদ দি পিতৃলোকলৈ যাবা আৰু উলটি নাহিবা।" পিতৃলোকলৈ যোৱাৰ কথাষাৰ কওঁতে এনে এটা গাম্ভীৰ্যৰ ঠেও ধৰি কৈছিল যে শ্ৰোতা-সকলে পোনতে ধৰিবই পৰা নাছিল। পাছত অলপমান বহলাই কোৱাতহে স্বৰ্গ যে চাকৰি, মৰ্ত্ত্য যে পুনৰায় কলেজ হোষ্টেল আৰু পিতৃলোক যে পঢ়া শুনা এৰি ঘৰলৈ গৈ পিতৃ অন্ন ধ্বংস কৰি থিতাপি লোৱা সেই তত্ত্বৰ বুজ শ্ৰোতাসকলে পালে। নকলেও হব যে হাঁহিৰ খলকনি উঠিল। লেখাকৰে বক্তৃতা দিওঁতে 'তে' শব্দটো বৰকৈ লগাইছিল। যদিও কথা কওঁতে ব্যৱহাৰ কৰা মনত নপৰে কিন্তু বক্তৃতাত হলে ঘনে ঘনে ব্যৱহাৰ কৰিছিল। তেখেতৰ 'তে' লগাই কোৱা বাক্যবোৰৰ এটা নকল গাম্ভীৰ্য আছিল আৰু সেই বাক্য তেখেতৰ মুখতহে আমোদদায়ক হৈছিল। হাস্যোদ্দীপক কথা কওঁতে লেখাকৰে নিজে কাহানিও হাঁহিছিল বুলি মনত নপৰে। সভা-সমিতিৰ বাদেও বন্ধু-বান্ধৱৰ লগত কথা হওঁতে মাজে মাজে সৰস টিপ্পনী কাটিছিল, পাছে বক্তৃতাৰ খুহুতীয়া কথাৰ ৰকমটো অলপ বেলেগ আছিল। হাস্যপ্ৰভ ভাষণ তেখেতে কওঁ বুলি যে কৈছিল এনে নহয়; কেতিয়াবা হাস্যই নিজে ভুমুকি মাৰে। কোনো কোনো সভাত তেখেতৰ ধৰ্ম আৰু অধ্যাত্ম বিষয়ৰ গহীন বক্তৃতা শুনি মুগ্ধ হোৱাৰ সৌভাগ্যও আমাৰ ঘটিছে।

বিলাস আৰু আড়ম্বৰ লেখাকৰ স্বভাৱৰ লগত খাপ নাখাই-

ছিল। নিজৰ পিন্ধন-উৰণ খোৱা-বোৱাত যেনেকৈ বিলাস নাছিল ঘৰুৱা পৰিৱেশো অনাড়ম্বৰ আছিল। ইয়াৰ লগত কৃপণালিৰ কোনো সংশ্ৰৱ নাছিল। নিজৰ ইষ্ট-কুটুম্ব পৰিয়ালক নিজৰ সীমাবদ্ধ উপা-ৰ্জনৰপৰাই অকাতৰে সহায় কৰাৰ কথা জানো। বাজৰ ভৰক দেখুৱাবাৰ তেখেতৰ স্বভাৱজাত ৰুচিৰ বিৰুদ্ধ আছিল। তাতে প্ৰাচীন নিয়ম-নীতিবোৰলৈ এটা অহৈতুক প্ৰীতিও তেখেতৰ আছিল। খোৱা বিষয়ত যে ধুতি-বিধুতি বা চুৱা-গজা সম্বন্ধে বৰ কঠোৰ পন্থী আছিল তেনে নহয়; কিন্তু সককালৰ সংস্কাৰবোৰে একেবাৰে লগ এৰাও দিয়া নাছিল। এদিন কিবা কথাৰ মূৰত মোক কৈছিল—"মই কণী, পাও-ৰুটি ইত্যাদি খাও, পাছে এটা সময়ত কণী বা পাওৰুটি খোৱাৰ সমূলি প্ৰবৃত্তি নহয়। গা-পা ধুই গোঁসাইঘৰৰপৰা ওলোৱাৰ পাছত চাহৰ লগত কণী, পাওৰুটি এইবোৰ বস্তু খালে যেন ধৰ্মবোৰ অথলে গ'ল এনে লাগে।"

চাদা-চিধা জীৱনধাৰাৰ লগতহে লেখাৰুৰ ৰাহি আহিছিল। তেনে সমাজ বা বন্ধু-বান্ধৱৰ সান্নিধ্যত নিজকে স্বস্তিৰ যেন অনুভৱ কৰিছিল। তেখেতৰ বহুতো ধনী, মানী আৰু বিলাসী আত্মীয় স্বজন আছিল, থাকিলেও দীন-দুখী বা সৰল জীৱন যাপন কৰা আত্মীয় স্বজন আৰু বন্ধুৰ লগত তেখেতৰ অধিক ঘনিষ্ঠতা আছিল। সাহিত্য সভাৰ সভাপতি হৈ ধিঙলৈ যাওঁতে লেখাৰু কোনো ডাক বঙলাত বা ধনী-গৃহস্থৰ সন্মানিত অতিথি হৈ থকা নাছিল, আছিল বৰদোৱা সত্ৰত, ভকত-বৈষ্ণৱৰ লগত। সত্ৰৰ পৰিৱেশ আৰু ভকত বৈষ্ণৱৰ শুদ্ধ সংগইহে তেখেতক গুজিছিল। এদিন আবেলি তেখেত মোৰ ঘৰলৈ কিবা স্বৰূপত আহিছিল। তেতিয়া ওপৰ মহলৰ সৰু কোঠা এটাত আসন পাৰি বহি ওখ পীৰা এখনত লেখা-পঢ়া কৰি আছিলোঁ। ঘৰৰ মানুহে মোক মাতি নিদি তেখেতক ওপৰলৈ লৈ গ'ল। তেখেতেও মোৰ কাষতে পাৰি থোৱা দলিচা এখনত বহি বেৰত আঁউজি লৈ কথা পতিবলৈ লাগিল। সেইদিনা তেখেতে

মোৰ তাত দুঘণ্টামান বহি শাস্ত্ৰালোচনা কৰি যেতিয়া যাবলৈ ওলাল তেতিয়া ৰাতি হ'ল। মই কলোঁ—"অজি কথাৰ মাজতে আপোনাৰ বহুত পলম হৈ গ'ল।" তেখেতে যাবৰ সময়ত কৈ গ'ল "এইদৰে মাটিত আসন পাতি বহি আলোচনা-বিলোচনা কৰাৰ মৌজ আজি-কালি সততকাই পাবলৈ নাই গতিকে ভাল লাগি সময়ৰ কথা পাহৰিলোঁৱেই।" লেখাৰু নহৈ আন এজন কোনোবা হোৱা হ'লে কথাখিনি শেষ কৰি বহাৰ আহুকালতে সোনকালে বিদায় ললেহেঁতেন।

লেখাৰুৰ ব্যক্তিত্বত এই গুণবোৰে বিকাশ প্ৰাপ্ত হবলৈ ৰস আহৰণ কৰিছিল বৈষ্ণৱ আধ্যাত্মিকভাৱৰ গভীৰ ভূমিৰপৰা। সৰুৰে পৰাই তেখেত ধাৰ্মিক মনোবৃত্তিৰ মানুহ আছিল, পাছে মহাপুৰুষীয়া। বৈষ্ণৱ শাস্ত্ৰৰ গভীৰ অধ্যয়ন আৰু সেই ধৰ্মৰ সনিষ্ঠ পালনে তেখেতৰ চৰিত্ৰক এটা বৈশিষ্ট্য দান কৰিছিল। মহাপুৰুষীয়া বৈষ্ণৱ শাস্ত্ৰৰ অধ্যয়ন আৰু আলোচনা আমি বহুতেই কৰিছোঁহঁক। পাছে আমাৰ ভিতৰৰ বহুতেই তাক পাণ্ডিত্যৰ বিলাস হিচাপেহে গ্ৰহণ কৰিছোঁ সেই কথা নুই কৰিবৰ উপায় নাই। আমি প্ৰবন্ধ লিখোঁ, সভা-সমিতিত দীঘলীয়া চমকপ্ৰদ ভাষণো দিওঁ, গ্ৰন্থ লিখি পাণ্ডিত্যৰ যশস্যাও অৰ্জন কৰোঁ, পাছে ক'তা লেখাৰুৰ অনুভৱ আৰু নিষ্ঠা আমাৰ জানো আছে? তেখেতে কথা গুৰু-চৰিতখন সম্পাদন কৰোঁতে কঠোৰ পৰিশ্ৰম কৰিছিল এই কথা সকলোৱে জানে। এই সম্পাদনা কাৰ্য অলপ লেলেতীয়া হৈছিল, তাৰ কাৰণটো ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ আগত কৈছিল বোলে "মই কথা গুৰুচৰিখন লিখিবলৈ লৈ মাজে মাজে একাবাৰ বাক্য পঢ়ি সেই পিনেই ভোল যাওঁ, লিখা আৰু হৈ নুঠে।" এনে শ্ৰদ্ধা আৰু হৃদয়-ভৰা আবেগেৰে তেখেতে বৈষ্ণৱ শাস্ত্ৰ অধ্যয়ন কৰিছিল। সেইজনৰ গাত বৈষ্ণৱোচিত গুণবিলাকে থানিকা নাপাতি কাৰ গাত পাতিব?

লেখাৰুৰ জীৱনত মাজে মাজে আধ্যাত্মিক আলোকৰ বিজুলী চমক একোটা আহিছিল। সাধাৰণতে সাধকসকলে এনে অনুভৱৰ

কথা আনৰ আগত নকয়। কোৱা নিয়মো নহয়। কেতিয়াবা গুৰুৰ আগতহে তেনে অনুভূতিৰ কথা কব পায়। গতিকে তেখেতৰ জীৱনৰ এই দিশটোৰ বিষয়ে জনসাধাৰণে ভালকৈ নাজানে। তেখেতে তেনে দুই এদিনৰ কথা মোৰ আগত কৈছিল। কিন্তু তাকো গৌৰৱ কৰি নহয়; দুখতহে কৈছিল। তেনে একোটা মুহূৰ্ত আহে, কব নোৱাৰাকৈ হঠাতে আহে কিন্তু তাক বহু চেষ্টা কৰিও ঘূৰাই আনিব নোৱাৰা আৰু স্থায়ী কৰাৰ শক্তি নোহোৱাৰ কাৰণেহে তেখেতে দুখ কৰি কেতিয়াবা দুই-এষাৰ কথা কোৱা আজি মোৰ মনত পৰিছে। তেখেতে প্ৰায়ে সপোন দেখিছিল আৰু সেই সপোনবোৰ আছিল এক বিশেষ ধৰণৰ। বুৰঞ্জী বিবেক ৰত্ন পুথিখন পোৱা সম্পৰ্কেও তেনে এটা অলৌকিক সপোনৰ কথা শুনা যায়। ৰাতি সপোনত দেখিলে যে ব্ৰহ্মপুত্ৰৰ বালিত এখন পুথি পৰি আছে। পুৱা উঠি সপোনত দেখা ঠাইলৈ লৰ মাৰিলে। তাত গৈ দেখে যে সচাঁকৈয়ে এখন পুথি পৰি আছে। পাছত পুথিৰ বান্ধ খুলি বুজি পালে যে সেইখন এখন বুৰঞ্জী পুথি। পুথিখন তালৈ কেনেকৈ আহিল, কোনে পেলালে, ব্ৰহ্মপুত্ৰত উটি আহিলেও পানীত নষ্ট নহল কিয় এইবোৰ কথাৰ উত্তৰ লেখাৰুৱে নাজানে, আন কোনোবাই জানিছিল নে নাই তাকো কওঁতা নাই।

আৰু এদিনৰ কথা তেখেতে মোক নিজে কৈছিল—তেখেত হেনো কিবা কামত এদিন কামাখ্যালৈ গৈছিল। তেতিয়া কামাখ্যালৈ মটৰ-গাড়ী যোৱা পথটো হোৱা নাছিল, পুৰণি পথেৰেই মানুহে অহা-যোৱা কৰিছিল। পুৰণি পথেৰে অলপ উঠিলেই এটি গণেশৰ মূৰ্তিৰ কাষেদি যাব লগা হয় আৰু যাত্ৰীয়ে গণেশৰ থানলৈ দুই-চাৰি পইচা দলি মাৰি দি নমস্কাৰ একোটা কৰি যায়। লেখাৰুৱেও হেনো অভ্যাসবশতঃ একো নিদিয়াকৈ কেৱল নমস্কাৰ এটা কৰি নোবোৱাকৈ উঠি যাবলৈ ধৰিলে। গ'ল কথা গুচিল। ৰাতি সেই গণেশ মূৰ্তি-ৰেই ৰূপ ধৰি কোনোবাই সপোনত লেখাৰুক দেখা দিলে আৰু

ক্ৰোধ মূৰ্তি ধৰি কলে—"তই এইদৰে য'তে-ত'তে নমস্কাৰ কৰি ফুৰুৰিবি, সেইটো তোৰ কাম নহয়।" সেইদিনাৰপৰা বোলে দেৱ-দেৱতাৰ মূৰ্তি দেখিলেই লেখাৰুৱে নমস্কাৰ নকৰা হ'ল। সপোনটোৰ কোনো আধ্যাত্মিক বা আন প্ৰকাৰে ব্যাখ্যা দিয়া আমাৰ উদ্দেশ্য নহয়। লেখাৰুৱে মাজে মাজে এনে বিধৰ সপোন দেখিছিল আৰু সেই সপোনবোৰত তেখেতে যথেষ্ট গুৰুত্বও দিছিল। আমি জীৱনৰ সৰু-বৰ ঘটনাৰ টোকা লিখি থৈ যাওঁ। কেতিয়াবা সুবৃহৎ আত্মজীৱনীও লিখো। তথাপি ভিতৰৰ মানুহজননো কেনে সেই জীৱনী-আত্মজীৱনীৰপৰা কাচিৎ অলপ-অচৰপ উমান পোৱা যায়। তাৰ ঠাইত যদি কিছুমান সপোনৰ বাতৰি লিখি থৈ যায় মানুহজনৰ চৰিত্ৰ সম্পৰ্কে নিভুৰ্ল ধাৰণা কৰা সহজ হৈ পৰিব।

অসমীয়া ভাষা আৰু সাহিত্যৰ অধ্যাপক আছিল যদিও দেশ-বিদেশৰ সাহিত্যৰ বিস্তৃত অধ্যয়ন তেখেতৰ আছিল বুলি মনত নধৰে। মই কটন কলেজৰ গ্ৰন্থপাল থকা কালত মোৰ কোঠাত বহি মাজে মাজে তেখেতে অৱসৰ সময়খিনি কটাইছিল। সেই সময়খিনি মোৰো সৎসংগ লাভ কৰা যেন লাগিছিল। তেখেতে পঢ়িবলৈ দিয়া কিতাপ প্ৰায়ে ধৰ্মগ্ৰন্থ আছিল। তেখেতে যিহকে পঢ়িছিল চিন্তা আৰু বিশ্লেষণৰ দ্বাৰা সেই অধ্যয়ন পৰিপুষ্ট হৈছিল। কম পঢ়ি চিন্তা কৰা একশ্ৰেণীৰ পাঠক আছে; উপেন লেখাৰু সেই শ্ৰেণীতে পৰে।

উপেন লেখাৰুৰ লেখনী প্ৰচুৰ-বৰ্ষিণী আছিল বুলি কব নোৱাৰি। তেখেতৰ সাহিত্য-কৃতি ঘাইকৈ অনুবাদ, সমালোচনা আৰু সম্পাদনা। তেখেতে সাহিত্যিক জীৱন আৰম্ভ কৰে অনুবাদেৰে। তেখেতৰ ইনক্ আৰ্ডেনৰ ভাঙনি ছাত্ৰ-জীৱনৰে কাম। তাৰ পাছতে ধৰ্মপদৰ মূল-সহিত অসমীয়া ভাঙনিখন ওলাইছিল। এই দুয়োখন গ্ৰন্থই তেখেতক সাহিত্যিক সমাজত সুপৰিচিত কৰিছিল। তেখেতে কিছুমান গীতৰ সংগ্ৰহ কৰি সাময়িক পত্ৰিকাত প্ৰকাশ কৰিছিল আৰু আমি তাক পঢ়া যেন মনত পৰিছে। পাছত ভট্টদেৱৰ ভক্তি বিবেকৰ অসমীয়া ভাঙনি কৰি প্ৰকাশ কৰিছিল। তেখেতৰ অনুবাদবোৰৰ

এটা গুণ আছিল ; তাত অনুবাদৰ জড়তা নাছিল আৰু সুবুজাকৈ পাল মৰা বিধৰ অনুবাদ তেখেতে নকৰিছিল। এই তিনিওখন গ্ৰন্থই পাবলৈ নোহোৱা হ'ল। ধৰ্মপদ আৰু ভক্তি বিবেকৰ ভাঙনি দুখন পুনঃ প্ৰকাশ কৰা এটা প্ৰয়োজনীয় কাম।

সমালোচনাৰ পুথিৰ ভিতৰত অসমীয়া 'ৰামায়ণ সাহিত্য' আৰু 'ৰজনীকান্ত বৰদলৈ' এই দুখনে এসময়ত এটা ডাঙৰ অভাৱ মাৰিছিল। তেখেতৰ ৰামায়ণ সাহিত্য আৰু বৰদলৈৰ উপন্যাস সম্পৰ্কে বিস্তৃত জ্ঞান অৰ্জন আৰু মূল্যায়নৰ পক্ষে লাগতিয়াল গ্ৰন্থ। সবাতোকৈ 'কথা গুৰু-চৰিত' তেখেতৰ সাহিত্যিক জীৱনৰ মুধচ বুলি কব লাগিব। এই পুথিখন সম্পাদন কৰোঁতে তেখেতে সাহিত্য-কৰ্মৰ যশস্যাৰ কথা ভবা নাছিল। তেখেতৰ মানত এই কাম আছিল ভক্তি নিবেদনৰ অৰ্ঘ্য। গুৰু-চৰিতৰ সম্পাদনা আছিল গুৰুপদাৰ্পিত নিষ্কাম কৰ্ম। অসমীয়া ভাষা-ধৰ্ম আৰু সাহিত্যৰ চৰ্চা কৰোঁতে কথা গুৰু-চৰিত এখন নহলে নোহোৱা গ্ৰন্থ। সেই গ্ৰন্থৰ সম্পাদনা কৰি প্ৰকাশোপযোগী কৰা বাবে উপেন লেখাৰু চিৰকাল স্মৰণীয় হৈ থাকিব। সাহিত্য কৰ্মৰ জোখ-মাখ কৰোঁতে কিমান কিতাপ লিখিলে বা একোখন কিতাপ কিমান ডাঙৰ সেইটো গুৰুত্বপূৰ্ণ কথা নহয়। কিমানখিনি নিষ্ঠা আৰু বিষয়ৰ লগত আত্মীয়তাবোধে তাক বঞ্জিত কৰিছে তাৰ বিচাৰ কৰাহে সৰ্বাগ্ৰ প্ৰয়োজন। সেই পোন বিচাৰতে বহুত যশস্বী গ্ৰন্থও 'ফে'ল' মাৰিব। লেখাৰুৱে যিহকে লিখিছিল তাত ওপৰত কোৱা দুয়োটা গুণেই পোনচাটেই ধৰা পৰে।

পাছৰ জীৱনত লেখাৰু বৃন্দাবনবাসী হৈছিল। সেই বুলি বৃন্দাবনবাসী গৃহী-সন্ন্যাসী হৈয়ে কাল কটোৱা নাছিল। বৃন্দাবনত অসমৰ বৈষ্ণৱ ধৰ্ম সম্পৰ্কে গৱেষণা পৰিচালনা কৰাৰ উপৰিও অসমৰ কাৰণে এটি মহৎ কাম হাতত লৈ সম্পন্ন কৰিছিল। বৃন্দাবনত গোটেই ভাৰতবৰ্ষৰ বিভিন্ন বৈষ্ণৱ সম্প্ৰদায়ৰ একোটা মন্দিৰ বা একোখন আশ্ৰম আছে। নাছিল মাত্ৰ অসমৰ বৈষ্ণৱ ধৰ্মৰ এটি অনুষ্ঠান।

# লেখারু-চৰিত্ৰৰ একাধ্যায়

শ্ৰীতীৰ্থনাথ শৰ্ম্মা

উপেন লেখাৰু সম্পৰ্কে দু-আষাৰ লিখো বুলি কাপ-কাঠী যতনাই লওঁতেই লগে লগে এটি শুভ্ৰ-বসন পৰিহিত কৃষ্ণবৰ্ণ সৌম্য মূৰ্ত্তি মানস চকুত ওপঙি উঠিল। একোজন লোকৰ মানস ছবি বিশেষ পোছাক এটাৰ লগত জড়িত হৈ থাকে। যিসকল লোকে আজি ইটো কালি সিটোকৈ বেলেগ বেলেগ পোছাক পিন্ধাৰ বিলাস কৰে তেওঁবিলাকৰ মানস ছবি প্ৰায় অস্পষ্ট হৈ ৰয়। অথবা মানুহজনে প্ৰতি মনত সাঁচি থোৱা ফটোখন বিভিন্ন প্ৰকাৰৰ হয়। লেখাৰুৰ বেলিকা কিন্তু একেটি ফটোসহ প্ৰতি মানসতে বিৰাজ কৰিছে। সেই অযত্নপালিত চুটি চুলি, সযত্ন ৰক্ষিত এটাৰ নাতিবৃহৎ গোঁফ, এটা বগা পাঞ্জাবী চোলা তাৰ ওপৰত দুভগীয়াকৈ ডিঙিত ওলোমাই থোৱা গুণাফুলীয়া অসমীয়া চাদৰ, ভৰিত এযোৰ 'পামচু'। এই মূৰ্তিৰেই সকলো লোকে লেখাৰুক মনত পেলায়; কাৰণ পাছৰ জীৱনত তেওঁৰ আন মূৰ্তি দেখা নগৈছিল। পোছাকটো মানুহজনৰ ব্যক্তিত্বৰ লগত এনেদৰে খাজে খাপে খাই পৰিছিল যে তাক ভাবিলে ধাৰণা হয় যে এজন বিশেষ ব্যক্তিত্ব সম্পন্ন পুৰুষে পোছাকটো নিজে ভাবি-চিন্তি বাছি লোৱা নহয়, পোছাকটোৱেহে নিজৰ উপযোগী মানুহজন বাছি উলিয়ায়। উপেন লেখাৰুৰ পোছাকটোৱেই ভিতৰৰ শুভ্ৰ-নিৰ্মল মানুহজনৰ দাপোণ স্বৰূপ কাম কৰিছিল।

বৰ্তমান যুগটো বোলে সভ্যতাৰ যুগ। সুসভ্য মানুহক বুজাহে

কঠিন। কথা-বতৰাত অতি বিনয়ী মানুহজনৰো ভিতৰখন দম্ভ অহংকাৰত ওফন্দি থাকে। বাহিৰৰ ব্যৱহাৰত তাক বুজিব নোৱাৰি, বুজিবলৈ অনুৰূপ এজন শিয়ান সুসভ্য লোক হব লাগিব। এক প্ৰকাৰে কলে ঢাকিব জনাই হ'ল সভ্যতা আৰু লুকুৱাব নজনাই হ'ল অসভ্যতা বা অসংস্কৃত জীৱনৰ ছুটা চিন। পাছে আমাৰে ভিতৰত এনে এজন লোকৰ সাক্ষাৎ পাইছিলো যি আধুনিক সুসভ্য লোক হৈয়ো কৌটিল্য কাক বোলে নাজানিছিল, আওপকীয়াভাৱে বচন নুবুলিছিল, অথচ কথাৰ মৃদুতা, মধুৰতাই তেওঁৰ ব্যৱহাৰ আৰু বাণীক এটা সুকীয়া ৰহণ দিছিল। কঠোৰতাৰ কাষকো চাপিব নোৱাৰা লেখাৰু পৰীক্ষাৰ উত্তৰ-পত্ৰ চাওঁতেও পৰীক্ষাৰ্থী কেনেবাকৈ 'ফে'ল' হয় বুলি পদে পদে সতৰ্ক আছিল। লেখাৰুৰ হাতত যদি কোনো পৰীক্ষাৰ্থীয়ে উত্তীৰ্ণ হোৱাকৈ 'নম্বৰ' নাপায় তেনেহলে বুজিব লাগিব তেওঁৰ প্ৰতি বৃহস্পতি পোন নহয়। শ্ৰেণীত পঢ়াই থাকোঁতে ল'ৰাই কোঢ়াল কৰি থাকে, অধ্যাপক লেখাৰুৰ তালৈ ভ্ৰূক্ষেপ নাই। দাবি-ধমাক দি শান্ত কৰিবলৈ যিখিনি খং-ৰাগ উঠিব লাগে সেইখিনি খং-ৰাগে লেখাৰুৰ মনত ঠাই নাপায়।

কথা-বতৰাত লেখাৰু চেলবেলীয়াও নাছিল, ভলভলীয়াও নাছিল। জুখি-মাখি কথা কোৱাই তেখেতৰ স্বভাৱসিদ্ধ অভ্যাস আছিল। নিচেই অন্তৰংগ বন্ধুৰ লগতো অযথা বাগ্-ব্যৱহাৰ কৰি বন নোহোৱাৰ বন চপাই লোৱা সজ তেখেতৰ নাছিল। লেখাৰুৱে নিজৰ কথাই হওক বা আনৰ কথাই হওক, যধে-মধে কৈ পেলায় পাছত পাকত পৰাৰ থল নাৰাখিছিল। সেইদেখি লেখাৰুৰ কস্মিন কালেও শত্ৰু আছিল বুলি কোনেও কব নোৱাৰে। এনে মৃদুভাষী সু-কোমল মানুহজন যে হাস্যৰসিক আছিল তাক এদিন ছুদিন সান্নিধ্যলৈ আহিয়েই গম ধৰিব নোৱাৰি। সভা সমিতিৰ ভাষণবোৰত লেখাৰুৰ হাস্যৰসিকতাৰ ফালটো বিশেষৰূপে পৰিস্ফুট হৈছিল। কলেজৰ সভামঞ্চত, ছাত্ৰাবাসৰ আদৰণী বা বিদায় সভালৈ 'লেখাৰু ছাৰক' নমতাকৈ ছাত্ৰসকলে পৰাপক্ষত নেৰিছিল।

লেখাকৰ বক্তৃতালৈ সেইদিনৰ ছাত্ৰসকলৰ এটা মোহ যেন আছিল। লেখাকৰে বক্তৃতা দিবলৈ উঠি এঁ নৌ কৰোঁতেই কি ছাত্ৰ, কি অধ্যাপক সকলোৰে ওঁঠত হাঁহি একোটা আপোনা-আপুনি বিৰিঙি উঠিছিল। এবাৰ কটন কলেজৰ দ্বিতীয় ছাত্ৰাবাসৰ এখন বিদায় সভাত তেখেতে দিয়া বক্তৃতা এটাৰ কথা মনত আছে। ছাত্ৰসকলক উদ্দেশ্য কৰি তেখেতে কৈছিল "ইয়াৰপৰা তোমালোকৰ খেনোৱে পৰীক্ষা দি উঠি 'পাছ' কৰি ছিলং আদি স্বৰ্গলৈ যাবা, খেনো আকৌ মৰ্ত্যলোকলৈ ঘূৰি আহিবা, খেনোজন আকৌ দুয়োটাকে বাদ দি পিতৃলোকলৈ যাবা আৰু উলটি নাহিবা।" পিতৃলোকলৈ যোৱাৰ কথাধাৰ কওঁতে এনে এটা গাম্ভীৰ্যৰ ঠেও ধৰি কৈছিল যে শ্ৰোতা-সকলে পোনতে ধৰিবই পৰা নাছিল। পাছত অলপমান বহলাই কোৱাতহে স্বৰ্গ যে চাকৰি, মৰ্ত্ত্য যে পুনৰায় কলেজ হোষ্টেল আৰু পিতৃলোক যে পঢ়া-শুনা এৰি ঘৰলৈ গৈ পিতৃ অন্ন ধ্বংস কৰি থিতাপি লোৱা সেই তত্ত্বৰ বুজ শ্ৰোতাসকলে পালে। নকলেও হব যে হাঁহিৰ খলকনি উঠিল। লেখাকৰে বক্তৃতা দিওঁতে 'তে' শব্দটো বৰকৈ লগাইছিল। যদিও কথা কওঁতে ব্যৱহাৰ কৰা মনত নপৰে কিন্তু বক্তৃতাত হলে ঘনে ঘনে ব্যৱহাৰ কৰিছিল। তেখেতৰ 'তে' লগাই কোৱা বাক্যবোৰৰ এটা নকল গাম্ভীৰ্য আছিল আৰু সেই বাক্য তেখেতৰ মুখতহে আমোদদায়ক হৈছিল। হাস্যোদ্দীপক কথা কওঁতে লেখাকৰে নিজে কাহানিও হাঁহিছিল বুলি মনত নপৰে। সভা-সমিতিৰ বাদেও বন্ধু-বান্ধৱৰ লগত কথা হওঁতে মাজে মাজে সৰস টিপ্পনী কাটিছিল, পাছে বক্তৃতাৰ খুহুতীয়া কথাৰ ৰকমটো অলপ বেলেগ আছিল। হাস্যপ্ৰভ ভাষণ তেখেতে কওঁ বুলি যে কৈছিল এনে নহয়; কেতিয়াবা হাস্যই নিজে ভুমুকি মাৰে। কোনো কোনো সভাত তেখেতৰ ধৰ্ম আৰু অধ্যাত্ম বিষয়ৰ গহীন বক্তৃতা শুনি মুগ্ধ হোৱাৰ সৌভাগ্যও আমাৰ ঘটিছে।

বিলাস আৰু আড়ম্বৰ লেখাকৰ স্বভাৱৰ লগত খাপ নাখাই-

ছিল। নিজৰ পিন্ধন-উৰণ খোৱা-বোৱাত যেনেকৈ বিলাস নাছিল ঘৰুৱা পৰিৱেশো অনাড়ম্বৰ আছিল। ইয়াৰ লগত কৃপণালিৰ কোনো সংশ্ৰৱ নাছিল। নিজৰ ইষ্ট-কুটুম্ব পৰিয়ালক নিজৰ সীমাবদ্ধ উপাৰ্জনৰপৰাই অকাতৰে সহায় কৰাৰ কথা জানো। বাজৰ ভৰক দেখুৱাষাৰ তেখেতৰ স্বভাৱজাত ৰুচিৰ বিৰুদ্ধ আছিল। তাতে প্ৰাচীন নিয়ম-নীতিবোৰলৈ এটা অহৈতুক প্ৰীতিও তেখেতৰ আছিল। খোৱা বিষয়ত যে ধুতি-বিধুতি বা চুৱা-গজা সম্বন্ধে বৰ কঠোৰ পন্থী আছিল তেনে নহয়; কিন্তু সৰুকালৰ সংস্কাৰবোৰে একেবাৰে লগ এৰাও দিয়া নাছিল। এদিন কিবা কথাৰ মূৰত মোক কৈছিল—"মই কণী, পাঁও-ৰুটি ইত্যাদি খাওঁ, পাছে এটা সময়ত কণী বা পাঁওৰুটি খোৱাৰ সমূলি প্ৰবৃত্তি নহয়। গা-পা ধুই গোঁসাইঘৰৰপৰা ওলোৱাৰ পাছত চাহৰ লগত কণী, পাঁওৰুটি এইবোৰ বস্তু খালে যেন বৰ্মবোৰ অথলে গ'ল এনে লাগে।"

চাদা-চিধা জীৱনধাৰাৰ লগতহে লেখাৰুৰ ৰাহি আহিছিল। তেনে সমাজ বা বন্ধু-বান্ধৱৰ সান্নিধ্যত নিজকে সুস্থিৰ যেন অনুভৱ কৰিছিল। তেখেতৰ বহুতো ধনী, মানী আৰু বিলাসী আত্মীয় স্বজন আছিল, থাকিলেও দীন-দুখী বা সৰল জীৱন যাপন কৰা আত্মীয় স্বজন আৰু বন্ধুৰ লগত তেখেতৰ অধিক ঘনিষ্ঠতা আছিল। সাহিত্য সভাৰ সভাপতি হৈ ধিঙলৈ যাওঁতে লেখাৰু কোনো ডাক বঙলাত বা ধনী-গৃহস্থৰ সম্মানিত অতিথি হৈ থকা নাছিল, আছিল বৰদোৱা সত্ৰত, ভকত-বৈষ্ণৱৰ লগত। সত্ৰৰ পৰিৱেশ আৰু ভকত বৈষ্ণৱৰ শুদ্ধ সংগইহে তেখেতক গুজিছিল। এদিন আবেলি তেখেত মোৰ ঘৰলৈ কিবা স্বৰূপত আহিছিল। তেতিয়া ওপৰ মহলৰ সৰু কোঠা এটাত আসন পাৰি বহি ওখ পীৰা এখনত লেখা-পঢ়া কৰি আছিলোঁ। ঘৰৰ মানুহে মোক মাতি নিদি তেখেতক ওপৰলৈ লৈ গ'ল। তেখেতেও মোৰ কাষতে পাৰি থোৱা দলিচা এখনত বহি বেৰত আঁউজি লৈ কথা পতিবলৈ লাগিল। সেইদিনা তেখেতে

মোৰ তাত তুঘন্টামান বহি শাস্ত্ৰালোচনা কৰি যেতিয়া যাবলৈ ওলাল তেতিয়া ৰাতি হ'ল। মই কলোঁ—"অজি কথাৰ মাজতে আপোনাৰ বহুত পলম হৈ গ'ল।" তেখেতে যাবৰ সময়ত কৈ গ'ল "এইদৰে মাটিত আসন পাতি বহি আলোচনা-বিলোচনা কৰাৰ মৌজ আজি-কালি সততকাই পাবলৈ নাই গতিকে ভাল লাগি সময়ৰ কথা পাহৰিলোঁৱেই।" লেখাক নহৈ আন এজন কোনোবা হোৱা হ'লে কথাখিনি শেষ কৰি বহাৰ আহুকালতে সোনকালে বিদায় ললেহেঁতেন।

লেখাকৰ ব্যক্তিত্বত এই গুণবোৰে বিকাশ প্ৰাপ্ত হবলৈ ৰস আহৰণ কৰিছিল বৈষ্ণৱ আধ্যাত্মিকভাৱৰ গভীৰ ভূমিৰপৰা। সৰুৰে পৰাই তেখেত ধাৰ্মিক মনোবৃত্তিৰ মানুহ আছিল, পাছে মহাপুৰুষীয়া। বৈষ্ণৱ শাস্ত্ৰৰ গভীৰ অধ্যয়ন আৰু সেই ধৰ্মৰ সনিষ্ঠ পালনে তেখেতৰ চৰিত্ৰক এটা বৈশিষ্ট্য দান কৰিছিল। মহাপুৰুষীয়া বৈষ্ণৱ শাস্ত্ৰৰ অধ্যয়ন আৰু আলোচনা আমি বহুতেই কৰিছোহঁক। পাছে আমাৰ ভিতৰৰ বহুতেই তাক পাণ্ডিত্যৰ বিলাস হিচাপেহে গ্ৰহণ কৰিছোঁ সেই কথা মুই কৰিবৰ উপায় নাই। আমি প্ৰবন্ধ লিখোঁ, সভা-সমিতিত দীঘলীয়া চমকপ্ৰদ ভাষণো দিওঁ, গ্ৰন্থ লিখি পাণ্ডিত্যৰ যশস্যাও অৰ্জন কৰো, পাছে ক'তা লেখাকৰ অনুভৱ আৰু নিষ্ঠা আমাৰ জানো আছে? তেখেতে কথা গুৰু-চৰিতখন সম্পাদন কৰোঁতে কঠোৰ পৰিশ্ৰম কৰিছিল এই কথা সকলোৱে জানে। এই সম্পাদনা কাৰ্য অলপ লেলেতীয়া হৈছিল, তাৰ কাৰণটো ড॰ সত্যেন্দ্ৰনাথ শৰ্মাৰ আগত কৈছিল বোলে "মই কথা গুৰুচৰিখন লিখিবলৈ লৈ মাজে মাজে একাষাৰ বাক্য পঢ়ি সেই পিনেই ভোল যাওঁ, লিখা আৰু হৈ নুঠে।" এনে শ্ৰদ্ধা আৰু হৃদয়-ভৰা আবেগেৰে তেখেতে বৈষ্ণৱ শাস্ত্ৰ অধ্যয়ন কৰিছিল। সেইজনৰ গাত বৈষ্ণৱোচিত গুণবিলাকে থানিকা নাপাতি কাৰ গাত পাতিব?

লেখাকৰ জীৱনত মাজে মাজে আধ্যাত্মিক আলোকৰ বিজুলী চমক একোটা আহিছিল। সাধাৰণতে সাধকসকলে এনে অনুভৱৰ

কথা আনৰ আগত নকয়। কোৱা নিয়মো নহয়। কেতিয়াবা গুৰুৰ আগতহে তেনে অনুভূতিৰ কথা কব পায়। গতিকে তেখেতৰ জীৱনৰ এই দিশটোৰ বিষয়ে জনসাধাৰণে ভালকৈ নাজানে। তেখেতে তেনে দুই এদিনৰ কথা মোৰ আগত কৈছিল। কিন্তু তাকো গৌৰৱ কৰি নহয়; দুখতহে কৈছিল। তেনে একোটা মুহূৰ্ত আহে, কব নোৱাৰাকৈ হঠাতে আহে কিন্তু তাক বহু চেষ্টা কৰিও ঘূৰাই আনিব নোৱাৰা আৰু স্থায়ী কৰাৰ শক্তি নোহোৱাৰ কাৰণেহে তেখেতে দুখ কৰি কেতিয়াবা দুই-এষাৰ কথা কোৱা আজি মোৰ মনত পৰিছে। তেখেতে প্ৰায়ে সপোন দেখিছিল আৰু সেই সপোনবোৰ আছিল এক বিশেষ ধৰণৰ। বুৰঞ্জী বিবেক ৰত্ন পুথিখন পোৱা সম্পৰ্কেও তেনে এটা অলৌকিক সপোনৰ কথা শুনা যায়। ৰাতি সপোনত দেখিলে যে ব্ৰহ্মপুত্ৰৰ বালিত এখন পুথি পৰি আছে। পুৱা উঠি সপোনত দেখা ঠাইলৈ লৰ মাৰিলে। তাত গৈ দেখে যে সচাঁকৈয়ে এখন পুথি পৰি আছে। পাছত পুথিৰ বান্ধ খু'ল বুজি পালে যে সেইখন এখন বুৰঞ্জী পুথি। পুথিখন তালৈ কেনেকৈ আহিল, কোনে পেলালে, ব্ৰহ্মপুত্ৰত উটি আহিলেও পানীত নষ্ট নহল কিয় এইবোৰ কথাৰ উত্তৰ লেখাৰুৱে নাজানে, আন কোনোবাই জানিছিল নে নাই তাকো কওঁতা নাই।

আৰু এদিনৰ কথা তেখেতে মোক নিজে কৈছিল—তেখেত হেনো কিবা কামত এদিন কামাখ্যালৈ গৈছিল। তেতিয়া কামাখ্যালৈ মটৰ-গাড়ী যোৱা পথটো হোৱা নাছিল, পুৰণি পথেৰেই মানুহে অহা-যোৱা কৰিছিল। পুৰণি পথেৰে অলপ উঠিলেই এটি গণেশৰ মূৰ্তিৰ কাষেদি যাব লগা হয় আৰু যাত্ৰীয়ে গণেশৰ থানলৈ দুই-চাৰি পইচা দলি মাৰি দি নমস্কাৰ একোটা কৰি যায়। লেখাৰুৱেও হেনো অভ্যাসবশতঃ একো নিদিয়াকৈ কেৱল নমস্কাৰ এটা কৰি নোৰোৱাকৈ উঠি যাবলৈ ধৰিলে। গ'ল কথা গুচিল। ৰাতি সেই গণেশ মূৰ্তিৰেই ৰূপ ধৰি কোনোবাই সপোনত লেখাৰুক দেখা দিলে আৰু

ক্ৰোধ মূৰ্তি ধৰি কলে—"তই এইদৰে য'তে-ত'তে নমস্কাৰ কৰি ফুৰিবি, সেইটো তোৰ কাম নহয়।" সেইদিনাৰপৰা বোলে দেৱ-দেৱতাৰ মূৰ্তি দেখিলেই লেখাৰুৱে নমস্কাৰ নকৰা হ'ল। সপোনটোৰ কোনো আধ্যাত্মিক বা আন প্ৰকাৰে ব্যাখ্যা দিয়া আমাৰ উদ্দেশ্য নহয়। লেখাৰুৱে মাজে মাজে এনে বিধৰ সপোন দেখিছিল আৰু সেই সপোনবোৰত তেখেতে যথেষ্ট গুৰুত্বও দিছিল। আমি জীৱনৰ সৰু-বৰ ঘটনাৰ টোকা লিখি থৈ যাওঁ। কেতিয়াবা সুবৃহৎ আত্মজীৱনীও লিখো। তথাপি ভিতৰৰ মানুহজননো কেনে সেই জীৱনী-আত্ম জীৱনীৰপৰা কাচিৎ অলপ-অচৰপ উমান পোৱা যায়। তাৰ ঠাইত যদি কিছুমান সপোনৰ বাতৰি লিখি থৈ যায় মানুহজনৰ চৰিত্ৰ সম্পৰ্কে নিৰ্ভুল ধাৰণা কৰা সহজ হৈ পৰিব।

অসমীয়া ভাষা আৰু সাহিত্যৰ অধ্যাপক আছিল যদিও দেশ-বিদেশৰ সাহিত্যৰ বিস্তৃত অধ্যয়ন তেখেতৰ আছিল বুলি মনত নধৰে। মই কটন কলেজৰ গ্ৰন্থপাল থকা কালত মোৰ কোঠাত বহি মাজে মাজে তেখেতে অৱসৰ সময়খিনি কটাইছিল। সেই সময়খিনি মোৰো সৎসংগ লাভ কৰা যেন লাগিছিল। তেখেতে পঢ়িবলৈ দিয়া কিতাপ প্ৰায়ে ধৰ্মগ্ৰন্থ আছিল। তেখেতে যিহকে পঢ়িছিল চিন্তা আৰু বিশ্লেষণৰ দ্বাৰা সেই অধ্যয়ন পৰিপুষ্ট হৈছিল। কম পঢ়ি চিন্তা কৰা একশ্ৰেণীৰ পাঠক আছে; উপেন লেখাৰু সেই শ্ৰেণীতে পৰে।

উপেন লেখাৰুৰ লেখনী প্ৰচুৰ-বৰ্ষিণী আছিল বুলি কব নোৱাৰি। তেখেতৰ সাহিত্য-কৃতি ঘাইকৈ অনুবাদ, সমালোচনা আৰু সম্পাদনা। তেখেতে সাহিত্যিক জীৱন আৰম্ভ কৰে অনুবাদেৰে। তেখেতৰ ইনক্ আৰ্ডেনৰ ভাঙনি ছাত্ৰ-জীৱনৰে কাম। তাৰ পাছতে ধৰ্মপদৰ মূল-সহিত অসমীয়া ভাঙনিখন ওলাইছিল। এই দুয়োখন গ্ৰন্থই তেখেতক সাহিত্যিক সমাজত সুপৰিচিত কৰিছিল। তেখেতে কিছুমান গীতৰ সংগ্ৰহ কৰি সাময়িক পত্ৰিকাত প্ৰকাশ কৰিছিল আৰু আমি তাক পঢ়া যেন মনত পৰিছে। পাছত ভট্টদেৱৰ ভক্তি বিবেকৰ অসমীয়া ভাঙনি কৰি প্ৰকাশ কৰিছিল। তেখেতৰ অনুবাদবোৰৰ

এটা গুণ আছিল ; তাত অনুবাদৰ জড়তা নাছিল আৰু মুবুজাকৈ পাল মৰা বিধৰ অনুবাদ তেখেতে নকৰিছিল। এই তিনিওখন গ্ৰন্থই পাবলৈ নোহোৱা হ'ল। ধৰ্মপদ আৰু ভক্তি বিবেকৰ ভাঙনি দুখন পুনঃ প্ৰকাশ কৰা এটা প্ৰয়োজনীয় কাম।

সমালোচনাৰ পুথিৰ ভিতৰত অসমীয়া 'ৰামায়ণ সাহিত্য' আৰু 'ৰজনীকান্ত বৰদলৈ' এই দুখনে এসময়ত এটা ডাঙৰ অভাৱ মাৰিছিল। তেখেতৰ ৰামায়ণ সাহিত্য আৰু বৰদলৈৰ উপন্যাস সম্পৰ্কে বিস্তৃত জ্ঞান অৰ্জন আৰু মূল্যায়নৰ পক্ষে লাগতিয়াল গ্ৰন্থ। সবাতোকৈ 'কথা গুৰু-চৰিত' তেখেতৰ সাহিত্যিক জীৱনৰ মুধচ বুলি কব লাগিব। এই পুথিখন সম্পাদন কৰোঁতে তেখেতে সাহিত্য-কৰ্মৰ যশস্যাৰ কথা ভবা নাছিল। তেখেতৰ মানত এই কাম আছিল ভক্তি নিবেদনৰ অৰ্ঘ্য। গুৰু-চৰিতৰ সম্পাদনা আছিল গুৰুপদাৰ্পিত নিষ্কাম কৰ্ম। অসমীয়া ভাষা-ধৰ্ম আৰু সাহিত্যৰ চৰ্চা কৰোঁতে কথা গুৰু-চৰিত এখন নহলে নোহোৱা গ্ৰন্থ। সেই গ্ৰন্থৰ সম্পাদনা কৰি প্ৰকাশোপযোগী কৰা বাবে উপেন লেখাৰু চিৰকাল স্মৰণীয় হৈ থাকিব। সাহিত্য কৰ্মৰ জোখ-মাখ কৰোঁতে কিমান কিতাপ লিখিলে বা এৰোখন কিতাপ কিমান ডাঙৰ সেইটো গুৰুত্বপূৰ্ণ কথা নহয়। কিমানখিনি নিষ্ঠা আৰু বিষয়ৰ লগত আত্মীয়তাবোধে তাক ৰঞ্জিত কৰিছে তাৰ বিচাৰ কৰাহে সৰ্বাগ্ৰ প্ৰয়োজন। সেই পোন বিচাৰতে বহুত যশস্বী গ্ৰন্থও 'ফে'ল' মাৰিব। লেখাৰুৱে যিহকে লিখিছিল তাত ওপৰত কোৱা দুয়োটা গুণেই পোনচাটেই ধৰা পৰে।

পাছৰ জীৱনত লেখাৰু বৃন্দাবনবাসী হৈছিল। সেই বুলি বৃন্দাবনবাসী গৃহী-সন্ন্যাসী হৈয়ে কাল কটোৱা নাছিল। বৃন্দাবনত অসমৰ বৈষ্ণৱ ধৰ্ম সম্পৰ্কে গৱেষণা পৰিচালনা কৰাৰ উপৰিও অসমৰ কাৰণে এটি মহৎ কাম হাতত লৈ সম্পন্ন কৰিছিল। বৃন্দাবনত গোটেই ভাৰতবৰ্ষৰ বিভিন্ন বৈষ্ণৱ সম্প্ৰদায়ৰ একোটা মন্দিৰ বা একোখন আশ্ৰম আছে। নাছিল মাত্ৰ অসমৰ বৈষ্ণৱ ধৰ্মৰ এটি অনুষ্ঠান।

বৃন্দাবনলৈ যোৱাৰ দিনৰে পৰা এই অভাবৰ বেদনাই লেখকক খুলি খুলি খাইছিল। এবাৰ বন্ধৰ দিনত অসমলৈ আহি ৰাজহুৱা মত গঠন কৰিলে আৰু তাৰ পাছত এটি নামঘৰ আৰু আলহীঘৰৰ কাম পূৰ্ণ উদ্যমেৰে আৰম্ভ কৰিলে। তেখেতৰ ঐকান্তিক আগ্ৰহ আৰু অক্লান্ত চেষ্টাতে এই কাম যথাযোগ্যৰূপে সম্পন্ন হৈছিল। পূৰ্বতেও নিজ জন্মস্থান উত্তৰ গুৱাহাটীত সাহিত্য আৰু সমাজ-সেৱাৰ কামত লেখকৰে আগভাগ লৈছিল, কিন্তু শেষ জীৱনৰ এই বৃন্দাবনৰ শংকৰ মন্দিৰ তেখেতৰ যেনে মানুহ তেনে কাম হৈছিল। একোজন মানুহৰ হাতে একোটা কাম হবলগীয়া থাকে। বৃন্দাবনত শংকৰ মন্দিৰ প্ৰতিষ্ঠা কৰাৰ কাম উপেন লেখকৰ ভাগত পৰিছিল। নিমিত্ত মাত্ৰ হৈ তেখেতে তাকে সমাধা কৰিলে।

—

# অধ্যাপক লেখাৰু ঃ স্মৃতিৰ সুৰভি

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুদেৱক পোন-প্ৰথমে দূৰৰপৰা দেখি-ছিলোঁ অসম সাহিত্য সভাৰ এখন বাৰ্ষিক অধিবেশনত। সি এটা স্মৰণীয় ঘটনা।

১৯৩৪ চন। সেইবাৰ অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন বহিছিল মঙ্গলদৈত। পঞ্চদশ অধিবেশন। সভাপতি আনন্দ চন্দ্ৰ আগৰৱালা। অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীতপেশ্বৰ শৰ্মা। মঙ্গলদৈৰ মহকুমাধিপতি আছিল তেতিয়া কালিৰাম মেধি। বুলিব লাগিলে সেইবাৰ তাত আকৰ্ষণীয়ভাৱে জাক্ জমকীয়াকৈ সভা পতাৰ গুৰিতে আছিল তেওঁ। কাৰণ সেই সময়ত বৃটিছৰ নিকপকপীয়া শাসন চলিছিল। চৰকাৰী বিদ্যালয়, কাৰ্যালয় আদিৰ ছাত্ৰ, কৰ্মচাৰী আৰু ঘৰবোৰ নাপালে তেনে এটা মহৎ অনুষ্ঠান পতা সহজ কাম নহয়। তাতে অধিবেশন বহিছিল ম'হৰ শিং কঁপোৱা পুহ মাহৰ বৰদিনৰ বন্ধত। অভ্যৰ্থনা সম্পৰ্কে এটা ঘটনা মনত আছে। আৰম্ভণিৰেপৰা কেউদিন আহাৰৰ লগত সদায় প্ৰতি সাজতে গতানুগতিক মাছ-পাচলিৰ উপৰি হৰিণৰ মঙহ আৰু মখা-দৈ প্ৰতিনিধিসকলক হেঁপাহ পলুৱাই খাব পৰাকৈ যোগন ধৰা হৈছিল। তাকে লৈ শেষৰ দিনা মুকলি সভাত শলাগৰ শৰাইৰ উত্তৰ দি বাগ্মীবৰ নীলমণি ফুকনে কৈছিল— "আমি মঙ্গলদৈয়ে দিয়া শলাগৰ শৰাইখন পোনে পোনে লৈ যাম কেনেকৈ? বোলে, টোপোলাক দেখি টুপলি নাচে, বহু টুপলি তোলৈও

আছে। সেইদেখি আমিও অইন এখন শবাই তেওঁলোকক ওভতাই দিবলগীয়া হৈছো। ই অসমীয়া নিয়ম। অভ্যৰ্থনা সমিতিৰ সভাপতিয়ে অভিভাষণত আমাক মঙ্গলদৈৰ ইতিবৃত্ত যিখন গাই শুনালে —সেইখন দেখোন এতিয়া আমি আখৰে আখৰে মানি লবলৈ টান পাইছো। মঙ্গলদৈ নামটোৰ তেওঁ যি ইতিহাস দিলে সি দেখোন তেনে নহয় যেন লাগিল। মোৰ মনেৰে মঙ্গলদৈ মানে মঙ্গহ আৰু দৈ। মঙ্গহ আৰু দৈ লগ লাগিয়ে মঙ্গলদৈ হৈছে। যিয়ে যি নহওক মই তেনেকৈয়ে কম। কাৰণ, ইমানকৈ হৰিণৰ মঙ্গহ লগতে আকৌ খাহীৰ মঙ্গহ, মাছ, দৈ প্ৰতিসাজতে আমি আগতে কোনো ঠাইতে খোৱা নাছিলোঁ। ইয়াৰ শলাগ নলৈ জানো পাৰো? তাকে নকৰিলে অজীণ পাতকী নহলেও আমি খাই পাতফলা, অশলাগী নহম নে?" ইত্যাদি।

মুকলি সভাৰ দিনাৰ কথা। সভা বহিছিল 'তেতিয়াৰ দিনৰ 'কৰোনেচন গ্ৰাউণ্ড' বোলা বহল খেল-পথাৰখনত ঃ আজিকালি সি গান্ধী ময়দান নাম পাইছে। সভাত ৬।৭ হাজাৰ লোকৰ সমাবেশ ঘটিছিল। ওখকৈ সজোৱা সভাপতিৰ মঞ্চখনত থুপিওৱাৰ দৰে জিলিকি আছিল— সভাপতি আনন্দচন্দ্ৰ আগৰৱালাৰ উপৰিও পদ্মনাথ গোহাঞি বৰুৱা, নবীনচন্দ্ৰ বৰদলৈ, ৰঘুনাথ চৌধুৰী, নীলমণি ফুকন, পদ্মধৰ চলিহা, নগেন্দ্ৰনাৰায়ণ চৌধুৰী আদি মহাৰথীসকল। সভাসদসকলৰ আগশাৰীত আছিল—নলিনী বালা দেৱী, অম্বিকাগিৰী ৰায়চৌধুৰী, মহাদেৱ শৰ্মা, দণ্ডিনাথ কলিতা, সৰ্বেশ্বৰ শৰ্মাকটকী, হৰিনাৰায়ণ দত্তবৰুৱা, অতুলচন্দ্ৰ হাজৰিকা, উপেন্দ্ৰচন্দ্ৰ লেখাক, বিৰিঞ্চিকুমাৰ বৰুৱা মাধৱচন্দ্ৰ বেজবৰুৱা আদি স্বনামধন্যৰথীসকল। আমি স্বেচ্ছাসেৱক ছাত্ৰসকলৰ কিছুমানে কৌতূহলবশতঃ আমাৰ শিক্ষাগুৰু দীননাথ চহৰীয়াক কুতুৰি সুধিছিলো- 'ছাৰ, সভাপতি আগৰৱালা, নবীনচন্দ্ৰ বৰদলৈ, নীলমণি ফুকন আদি দুই-চাৰিজনক আমি চিনো ঃ বাকীসকলৰ লোকজন নো কোন?' তেখেতে দূৰৰপৰাই আঙুলিয়াই কৈছিল— ওপৰত সৌ

লাখুটি হাতত লৈ থকাজন ৰঘুনাথ চৌধাৰী; তেওঁৰ সোঁহাতে ৰহা গোঁফ থকা জনেই পদ্মনাথ গোহাঞিঁ বৰুৱা; ·শকতকৈ সো তেওঁ হ'ল জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰী ইত্যাদি।

সভাত দুটা বিষয়ে হোৱা তৰ্ক-যুদ্ধৰ কথা আজিও মনত পৰে। প্ৰধান সম্পাদক চন্দ্ৰধৰ বৰুৱা কিবা কাৰণত উপস্থিত নাছিল। তেওঁৰ লিখিত কাৰ্য্যবিবৰণীখন পাঠ কৰিছিল সহকাৰী সম্পাদক দেবেন্দ্ৰনাথ বেজবৰুৱাই। প্ৰতিবেদনখন বেজবৰুৱাই বোধহয় এবাৰো পঢ়ি চোৱা নাছিল। গতিকে পঢ়াত সঘনে উজুটি খাইছিল আৰু যোতা মোজা লাগিছিল। বৰ্ণাশুদ্ধিৰ ভুলবোৰো শ্ৰোতাৰ কাণত বেয়াকৈ বাজিছিল। তেতিয়া নমজুৱাৰপৰা অম্বিকাগিৰী ৰায়চৌধুৰীয়ে থিয় হৈ প্ৰতিবাদ কৰি কৈছিল, 'শুদ্ধকৈ পঢ়িব নোৱাৰে যদি সেইখন পঢ়া বন্ধ কৰক, আমি সেইখন শুনি সময় নষ্ট নকৰো।' এনেকৈ কোৱাৰ লগে লগে পাঠক বেজবৰুৱা ঘৃতাগ্নি হ'ল। তেতিয়া ভাষাৰ শুদ্ধাশুদ্ধ লৈ ৰায়চৌধুৰী আৰু বেজবৰুৱাৰ মাজত যিখন তৰ্কযুদ্ধ হৈছিল তাক আজিও পাহৰিব পৰা নাই। সভাপতি আগৰৱালা আৰু বাগ্মীবৰ ফুকনৰ মধ্যস্থতাত সি যেনিবা বাকযুদ্ধতে শাম কাটিলে।

তাৰ পাছত প্ৰস্তাৱ গ্ৰহণৰ সময়ত 'অসম' আৰু 'আসাম' নামটো লৈ আকৌ এপ্ৰাউবি তৰ্ক বিতৰ্ক আৰম্ভ হ'ল এইবাৰৰ তৰ্ক গৰম বিধৰ নহয়, প্ৰহসন বিধৰহে। 'আসাম' নামটোৰ কোনো অৰ্থ নাই, গতিকে ই 'অসম' হব লাগে বুলি প্ৰস্তাৱ উত্থাপন কৰাৰ লগে লগে তাৰ সপক্ষে আৰু বিপক্ষে তৰ্ক আৰম্ভ হ'ল। লেখাৰু ডাঙৰীয়া আছিল ৰক্ষণশীল দলৰ নেতা। আসাম নাম তেওঁ নেৰে। সোঁহাতৰ তৰ্জনী আঙুলিটো মৃদুভাৱে সঞ্চালন কৰি গহীন গহীনকৈ তেওঁ কবলৈ ধৰিলে, "মোৰ এই ক'লা কোটটো দেখিয়ে আপোনালোকে জানিব পাৰিছে মই উকীল। মই পিছে কাৰো হৈ ওকালতি কৰিবলৈ ইয়াত থিয় হোৱা নাই। নিজৰ মনৰ হক কথা দু-আষাৰ কম বুলিহে থিয় হৈছোঁ। নিজ কথাৰেই আৰম্ভ

কৰা ভাল। মোৰ আইৰ নামটো আছিল গেন্ধেলী। বি.এ. পাছ কৰি উঠি ময়ো ভাবিছিলো—আইৰ গেন্ধেলী নামটো তেনেই নিৰৰ্থক নহলেও অন্ততঃ তাৰ অৰ্থটো ভাল নহয়। গতিকে সেইটো সলাই গন্ধেশ্বৰী বা গন্ধমালতী দিলে কেনে হয়? নে ইংৰাজী গন্ধী কৰি কেট্‌লি চাহাবৰ পত্নীৰ দৰে গেণ্ট্‌লি কৰিয়ে দিম? মোৰ ককাইদেউতা আছিল ভকত। তেওঁ এইবোৰ কথা কেনেবাকৈ শুনি ভেকাহি মাৰি দিলে। আজি ককাৰ সেই ভেকাহিটোলৈ মনত পৰিছে। গতিকে মই কওঁ আমাৰ অসমী আইৰ নামটো আগৰ দৰেই থাকক; 'আসাম' গুচাই 'অসম' কৰিব নালাগে। সাহিত্য সভাই সাহিত্যকে কৰক, মাক-বাপেকৰ নামত সম্প্ৰতি বং নাসানিলেও চলিব। সেয়ে নহলে কিন্তু ভোটত দিব লাগিব। সমজুৱাৰ মাজত হাঁহিৰ গিৰ্জনি আৰু হাত-চাপৰিৰ হৰ্ষধ্বনি উঠিল। বাক-বিতণ্ডা চলিল কিন্তু প্ৰস্তাৱ গৃহীত নহ'ল।

* * *

১৯৩৮ চনমানত লেখাৰু ডাঙৰীয়াই কিছুদিনৰ কাৰণে কটন কলেজত অসমীয়াৰ অধ্যাপনা কৰিছিল। সেই সময়ত নিৰ্জু লোক পাই শ্ৰেণীৰ অঘাইটং দুই-এজনে তেওঁৰ লগত পেংলাই কৰিবলৈ প্ৰশ্ৰয় পাইছিল। কিন্তু হাজাৰ চেষ্টা কৰিও কোনেও হ'লে তেওঁৰ খং তুলিব নোৱাৰিছিল। মনত আছে এদিন এজন ছাত্ৰই তেওঁক কৈছিল—'ছাৰ, আজি আপোনাক ৰাতি ভাওনা চাই বাহিৰে বাহিৰে অহা যেন লাগিছে।' অইন এজনে ওপৰতে মাত লগাই ক'লে— 'ছাৰে ভাওনাত পাৰ্ট লৈছিল।' লেখাৰু ছাৰে হাঁহি মাৰি ক'লে— 'এৰা, ওজা-ভাৱৰীয়া শঙ্কৰদেৱেও চাইছিল। নিজেও ভাও লৈছিল। অসমীয়া সাহিত্য-সংস্কৃতিৰ সেইবোৰ মূল-বস্তু। তোমালোকৰ মন সেইফালে যোৱাটো ভাল হৈছে। ই শুভ লক্ষণ।' এনেকৈ আৰম্ভ কৰি তেওঁ ওজা-ভাৱৰীয়া আৰু পুৰণি অসমীয়া সাহিত্য-সংস্কৃতি সম্বন্ধে এটি চুটি ভাষণ দিছিল। ইয়াত উল্লেখ কৰা ভাল যে মনোমত ছাত্ৰক তেওঁ সদায় বন্ধুবৎ ব্যৱহাৰ কৰিছিল।

১৯৪০ চন মানৰ কথা। মই তেতিয়া কামৰূপ একাডেমীত শিক্ষকতা কৰিছিলো। থাকো বিহাবাৰীত, ড° কাকতিৰ ওচৰতে। এদিন ড° কাকতিয়ে মাতি নি মোক কলে, অতুল, বি-ত্ৰ-পাছ কৰিলা। শিক্ষকো হ'লা। এতিয়া বহুত ছাত্ৰৰ গুৰু যদিও আমাৰ মানত কিন্তু ছাত্ৰয়ে। নহয় জানো?

-'চিৰকাল আপোনাৰ ছাত্ৰ হৈ থাকিবৰ মন যায় ছাৰ' বুলিলো।

তেওঁ থুকুকৈ নিজা হাঁহিটো মাৰি কলে বাৰু, তেনেহলে এতিয়া গুৰু দক্ষিণা দিব লাগে নহয়? কি দিবা?

-- যিহকে খোজে, শক্তি সামৰ্থ্যই জুৰিলে দিম ছাৰ বুলিলো।

—এৰা, ময়ো তোমাৰপৰা শক্তিৰ বাহিৰৰ একো নোখোজো। মই এখন 'থেছিছ' লিখিছিলো – জানা নহয়? তাৰে 'ইণ্ডেক্স'টো কৰি দিব লাগে!

শুনি মোৰ আচৰিতই হোৱা যেন লাগিল। ড° কাকতিৰ ভাষাতত্ত্বৰ 'থেছিছ', তাৰো আকৌ 'ইণ্ডেক্স'। বস্তুটোকে দেখা নাই, তাৰ 'ইণ্ডেক্স' কেনেকৈ কৰিম। মোৰ অৱস্থা তেওঁ বুজাকৈ নাথাকিল। তাহানি শ্ৰীকৃষ্ণই মোহান্ধ অৰ্জুনক 'দিব্যং দদামি তে চক্ষুঃ' বুলি সাহস দিয়াৰ দৰে তেওঁ ক'লে—কেনেকৈ কৰিব লাগে মই দেখুৱাই দিম। উপেন লেখাৰু আৰু তুমি দুয়ো লগ হৈ কামটো কৰি দিব লাগে। তোমালোক দুয়োৰোপৰা মই তাকেই গুৰু দক্ষিণা লব খুজিছোঁ। দুই দিস্তামান কাগজ লৈ প্ৰথমে ABCDকৈ কামটো আৰম্ভ কৰিবা বুলি অলপ বুজাই দিলে।

ড° কাকতিৰ পৰামৰ্শ লৈ লেখাৰু ছাৰক লগ ধৰিলোঁ। তেওঁ কলে এৰা, চোৱাচোনহে বাৰু, আমিনো তেওঁৰ ভাষাতত্ত্বৰ কি তত্ত্ব পাম? এতিয়া আকৌ তাৰো আঁত উলিয়াই দিছে আমাক! দুয়ো চেষ্টা কৰি চাও দিয়া। তুমিয়ে তেওঁ দেখুৱামতে আৰম্ভ কৰাচোন। কেতিয়াবা মাজে মাজে মোকো সুধিবা।

যথা নিৰ্দিষ্ট কাম আৰম্ভ কৰি এক দিস্তামান কাগজ শেষ কৰি ড' কাকতীক দেখুৱাবলৈ নিলোঁ। তেখেতে কলে - অতুল বেয়া নাপাবা, 'ইণ্ডেক্স'খন অসমীয়া বৰ্ণক্ৰম মতে কৰাহে ভাল হব, ইংৰাজী বৰ্ণৰ ক্ৰমত নহয়। মই ভাবি চালোঁ। এইবুলি অলপ দেখুৱাই দিলে। ড' কাকতীয়ে কাগজৰ মূল্যৰ বাবদ দহ টকাৰ নোট এখন দিব খোজাত কৈছিলোঁ গুৰুদক্ষিণাৰ কথা পাহৰিলে নেকি ছাৰ ? তেতিয়া পৰিচিত হাঁহিটোৰে বিদায় দিব খুজি তেওঁ কৈছিল তোমা-লোকৰ এই পৰিশ্ৰমৰ কথা মই Acknowledge কৰিম দিয়া। সচাঁকৈয়ে তেখেতে পাতনিত সেইটো কৰি তুলসী পাতৰ লগতে কল-পটুৱাকো মুক্তি দিছিল। লেখাৰু ছাৰৰ লগত এই সময়তো একেলগে কাম কৰিবলৈ সুযোগ লভিছিলো।

* * * *

এইবাৰ বৃন্দাবনত। বৃন্দাবনত শংকৰ মন্দিৰৰ লগতে জড়িত হৈ অধ্যাপক লেখাৰু প্ৰায় ১৫ বছৰ আছিল—১৯৬০ চনৰপৰা ১৯৭৫ চনলৈ। ইয়াত থকা কালতেই ১৯৭০ চনত অধ্যাপক লেখাৰু অসম সাহিত্য সভাৰ ধিং অধিবেশনৰ সভাপতি নিৰ্বাচিত হৈছিল। ১৯৭৩ চনৰ কথা। দিন দিয়েকৰ কাৰণে ভ্ৰমণৰ উদ্দেশ্যে গৈ আমিও সস্ত্ৰীক তেওঁৰ আলহী হৈছিলো। সেই সময়ত কথা-বতৰাৰ মাজেদি লেখাৰু ছাৰৰ জীৱনৰ ভালেমান কথা জানিবলৈ সুযোগ লভিছিলো। এদিন তেওঁ কৈছিল - এৰা, ভগৱানে কি ইচ্ছা কাৰ দ্বাৰাই কেতিয়া পূৰ কৰি বং চায় কব নোৱাৰি। মোৰ কথাটোলৈকে চোৱাচোন বাৰু মই অসমীয়া সাহিত্যলৈ নো বাৰু বিশেষ কি দিলোঁ ? পিছে এটা কথা—এদিন মই সক ল'বাৰ দৰে সৰ্বান্তঃকৰণে তেওঁক প্ৰাৰ্থনা কৰোতে কৈছিলোঁ—প্ৰভু, মোকো জানো কোনো এদিন সাহিত্য সভাৰ সেই আসনখনত বহিবলৈ দিবা ? তেওঁ সঁচাকৈয়ে শুনিলে হবলা, নহলে জানো মই নিজে তাৰ ওচৰলৈ যাওঁ বুলি যাব পাৰিলোঁহেঁতেন ?

তেওঁ অন্ত এদিন কৈছিল—মোৰ যে কেতিয়াবা গুৱাহাটীত

নিজা ঘৰ হয়, মই ভবাই নাছিলোঁ। ভাড়া-ঘৰত থাকিয়ে জীৱনৰ বাকী দিনকেইটা কটাই দিব লাগিব বুলি ভাবিছিলোঁ। ভগৱানৰ ইচ্ছাতে সিও যেনিবা হ'ল। মোৰ কেতিয়াবা এনেও হৈছিল যে ঘৰৰ ভাড়া দিয়াটোৱে মস্কিলৰ কথা হৈ পৰিছিল। ঘৰৰ ভাড়া দিবলৈ নৌপাওতেই দৰমহাৰ পইচা শেষ হয়। তেনেকৈ এবাৰ কেইবা মাহৰ ভাড়া বাকী থকাত ঘৰৰ মালিকৰ লগত এটা মজাৰ কথা হৈছিল। গৰমৰ দিন। এদিন দেওবাৰে মই দুপৰীয়া গা-ধুই উঠি গোঁসাই ঘৰলৈ যাব খুজিছোঁ এনেতে তেওঁ ভাড়াৰ কাৰণে বাহিৰৰ কোঠালিত বহি লৈছে। ওপৰত বিজুলী 'ফেন' আছিল। কিন্তু মেৰামতিৰ অভাৱত সি কিহবাৰে ঠেলি ঘূৰাই নিদিলে নুঘূৰা হৈ পৰিছিল। মই বাহিৰলৈ ওলাই গৈ তেওঁক কোঠালিত দেখি অমীক (মোৰ ডাঙৰ ছোৱালীজনীক) চিয়ঁৰি কলোঁ—'তেওঁ আহিছে, বহি আছে, লাখুটিডাল আনচোন।' মোৰ কথা শুনি মালিক ঘপৰাই উঠিল আৰু একো মাতবোল নকৰাকৈ তড়িৎবেগে ওলাই গ'ল। মই কত মাতিলোঁ, উভতি নাহিল। মই লাখুটিৰে ফেনখনহে ঘূৰাই দিব খুজিছিলোঁ- তেওঁ ভুল বুজিলে হবলা। পিছে আবেলি যোগাৰ কৰি পইচাকেইটা দি আহিলোঁ গৈ; লাখুটিৰ কথাটোও বুজাই কলোঁ।

অধ্যাপক লেখাৰুৰ আবেলি ফুৰা লগ আছিল ড° মথুৰা গোস্বামী আৰু ড° কাকতী। তেওঁ নিজে কৈছিল যে ডেকা কালত কেতিয়াবা কেতিয়াবা তেওঁ হেনো পূজাৰ সময়ত নিজে প্ৰতিমা সাজি দিছিল। কেতিয়াবা নাট-ভাওনাতো অংশ গ্ৰহণ কৰিছিল। এবাৰ বোলে নাৰদৰ ভাও লৈছিল। ভাওনাৰ ভাৱৰীয়াসকলক সাজপাৰ পিন্ধাই উলিওৱা হ'ল ঃ নাৰদলৈ কোনেও মন-কাণ নকৰিলে। ইফালে প্ৰগ্ৰেম মতে নাৰদ ওলাবৰ হলেই। লেখাৰুৱে বীণখন টান মাৰি লৈ কম্বল এখনকে গাত মেৰিয়াই মঞ্চত ওলাল আৰু নিৰ্বিকাৰভাৱে বচন মাতি দি কাম সমাধা কৰিলে। সহ-অভিনেতাসকলে লেখাৰুৰ উপস্থিত বুদ্ধিক প্ৰশংসা নকৰি নোৱাৰিলে।

আৰু এটা আচৰিত কথা। লেখাৰুদেৱে হেনো বহুত সমস্যাৰ সমাধান সপোনতে পাইছিল। আনকি কেতিয়াবা কিবা লিখিবলৈ লৈ ৰাতি গভীৰ হোৱাত শুবলৈ গলে লিখিবলৈ বাকী থকা কথা সপোনতে সমাধা কৰিছিল আৰু সাৰ পাই সেইমতে লিখি পেলাইছিল। তেওঁৰ মতে তেওঁৰ তেজতে বৈৰাগ্য আছিল। তেওঁৰ পিতৃ নন্দ লেখাৰু এজন সাত্বিক বৈষ্ণৱ আৰু মাতৃ পক্ষৰ ককাদেউতাক বিখ্যাত ভকত আছিল। সাতে-সতৰে গৃহ-সংসাৰ কৰিছিল যদিও কেতিয়াবা খোৱা-বোৱাৰ কথাকে তেওঁক গৃহিণীয়েহে সোঁৱৰাই দিবলগীয়া হৈছিল। বিশ্বস্ত আৰু অনুগত ছাত্ৰৰ আগত তেওঁ এনেবোৰ কথা মন খুলি প্ৰকাশ কৰিছিল। আজিও আমাৰ দৰে বহুতৰে মনৰ গহনত তেনেবোৰ 'সৰ্বসুখকৰ সুৰভি শীতল' স্মৃতিৰ পৰশে শান্তি দান কৰে।

# লেখাৰু আৰু অসম সাহিত্য সভা

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

শিক্ষাবিদ্ আৰু সাহিত্যিক উপেন্দ্ৰচন্দ্ৰ লেখাৰু এজন নিৰীহ, নিৰহংকাৰী আৰু অমায়িক লোক আছিল। অসমীয়া পুৰণি সাহিত্য অধ্যয়ন কৰি তেওঁ গৱেষকৰ দৃষ্টিৰে কথাবোৰ সদায় বিশ্লেষণ কৰিছিল। ৰাজহুৱা দুই এটা অনুষ্ঠানৰ লগত লেখাৰু জড়িত আছিল যদিও অসম সাহিত্য সভাৰ নিচিনা বৰ্ধিষ্ণু অনুষ্ঠানৰ লগত তেওঁ জড়িত হৈ পৰা নাছিল।

কটন কলেজৰপৰা অৱসৰ গ্ৰহণ কৰি তেওঁ বৃন্দাবনৰ বৈষ্ণৱ পৰমাৰ্থিক বিশ্ববিদ্যালয়ৰ নিচিনা এটা সৰ্বভাৰতীয় অনুষ্ঠানত কাম কৰি বিভিন্ন ধৰ্মমত অধ্যয়নৰ সুবিধা পাইছিল। সেইকালতে তেওঁ অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ শ্বিং অধিবেশনৰ ( ফেব্ৰুৱাৰী ১৩,১৪ ১৯৭০ চন ) সভাপতি নিৰ্বাচিত হৈছিল। সভাৰ কাৰ্যাৱলীৰ সৈতে পোনপটীয়া সম্বন্ধ নথকা আৰু অসমৰ বাহিৰত থাকি অসমীয়া সাহিত্যৰ উন্নতিৰ কথা জানিবৰ কাৰণে সুবিধা নথকাত তেওঁ দূৰৈৰ পৰাই অসম আৰু অসমীয়া সাহিত্যৰ কথা আলোচনা কৰিব লগীয়া হৈছিল।

যিহেতু তেওঁ প্ৰাচীন অসমীয়া ৰামায়ণ অধ্যয়ন কৰি 'অসমীয়া ৰামায়ণ সাহিত্য' ৰচনা কৰিছিল; সেই কাৰণে তেওঁ 'মহামাণিক্য ৰজাৰ অনুৰোধত' মহাকবি মাধৱ কন্দলীয়ে ৰচনা কৰা ৰামায়ণৰ কথা সুঁৱৰি তেওঁৰ স্মৃতি জাগ্ৰত কৰিবৰ কাৰণে এটা স্মৃতি স্তম্ভ

তৈয়াৰ কৰাৰ প্ৰয়োজনীয়তাৰ কথা সভাপতিৰ অভিভাষণত উল্লেখ কৰিছে। শ্ৰীশংকৰদেৱ আৰু অন্যান্য বৈষ্ণৱসকলৰ স্মৃতিৰে বিমণ্ডিত বৰদোৱা ধামৰ বিষয়ে তেওঁ অভিভাষণত কৈছে, "ইয়াতেই বৰদোৱা ধামত সৰ্বশাস্ত্ৰৰ সাৰ স্বৰূপ বিশিষ্ট গীতা শাস্ত্ৰ; নিগম কল্পতৰুৰ গলিত ফল শ্ৰীমদ্‌ভাগৱতৰ ভেটিত এক দেউ তত্ত্ব আৰু তেওঁৰ ৰসময়ী ভক্তিৰ পথ সকলো জীৱৰ প্ৰতি উন্মুক্ত কৰি দিয়োতা কৃষ্ণাৱতাৰ শ্ৰীমন্ত শংকৰদেৱৰ প্ৰকাশ হৈছিল।...উচ্চ স্বৰৰ নৃত্য-গীত-বাদ্য আৰু লৌকিক গীত-বাদ্য-নৃত্যাদি পূৰ্বৰপৰা অসমত প্ৰচলিত থাকিলেও মহাপুৰুষ শ্ৰীশংকৰদেৱে ইয়াক সম্পূৰ্ণ দিব্য সোঁতত বোৱাই দিলে যাত্ৰাৰ দৌলতে অভিনয় কৰি। প্ৰকৃততে এই যাত্ৰাৰ দৌল এক পক্ষে মহাপুৰুষৰ জগত মংগলকাৰী পৰম ধৰ্ম প্ৰৱৰ্তনৰ যাত্ৰা বা অভিযান, ধৰ্মক্ষেত্ৰত সবাৰে সমন্বত্ব প্ৰৱৰ্তনৰ অভিযান, জগতলৈ বৈকুণ্ঠ নমাই অনাৰ অভিযান।"

অসম সাহিত্য সভাৰ প্ৰকাশন সম্পৰ্কে তেওঁ তিনিটা পৰামৰ্শ দিছে (১) "আমাক এখন অসমীয়া বিশ্বকোষ লাগে" (২) "অসমীয়া সাহিত্যৰ সকলো যুগৰ ওপৰতে সমান মূল্য দি লিখা আলোচনাত্মক এখনি বহল সাহিত্যৰ বুৰঞ্জীও আমাক লাগে" (৩) "আমাৰ এখন জাতীয় বুৰঞ্জীৰ আৱশ্যক। আমাৰ জাতিৰ আদি গুৰি, পুষ্টি, কলা-কৃষ্টি, সাধনা, শৌৰ্যবীৰ্য, উত্থান-পতন আদি সম্বন্ধে সৰ্বসাধাৰণৰ উপযোগী কৰি লিখা এখন বুৰঞ্জাৰ আৱশ্যকতাৰ কথা পূৰ্বৰ একাধিক সভাপতিয়ে কৈ গৈছে।" অসমীয়া সাহিত্যৰ এখন বিস্তৃত বুৰঞ্জী লিখাৰ পৰিকল্পনা সভাই লোৱা নাই; প্ৰকাশন পৰিষদে বিশ্বকোষ প্ৰণয়নৰ কাম হাতত লৈছিল যদিও এই বিষয়ে কামৰ বাঞ্ছনীয় ধৰণেৰে অগ্ৰগতি হোৱা বুলি জনা নাযায়। অসম সাহিত্য সভাই শিশু বিশ্বকোষ ৰচনাৰ কাৰণে ইতিমধ্যে কেন্দ্ৰীয় অনুদানৰ সহাঁৰি পাইছে। অসম সাহিত্য সভাই ১৯৭৩-৭৪ চনত অসমীয়া জাতিৰ ইতিহাস এখন প্ৰণয়ন কৰাৰ আঁচনি গ্ৰহণ কৰে আৰু ১৯৭৪ চনত

'অসমীয়া জাতিৰ ইতিবৃত্ত' নামৰ পুথিখন প্ৰকাশ হয়। এইদৰে অধ্যাপক লেখাৰুৱে অভিভাষণত উল্লেখ কৰা সভাৰ আঁচনিৰ কাম আংশিকভাৱে পৰৱৰ্তী কালছোৱাত সম্পূৰ্ণ হয়।

১৯৬৯ চনত অসম সাহিত্য সভাৰ আৰ্থিক সংকটে দেখা দিয়াৰ সময়ছোৱাত মই অপ্ৰত্যাশিতভাৱে ধিং অধিৱেশনতে দহ বছৰৰ মূৰত অসম সাহিত্য সভাৰ ১৯৭০-৭১ চনৰ বাবে প্ৰধান সম্পাদকৰূপে নিৰ্বাচিত হওঁ। গতিকে আকস্মিকভাৱে অধ্যাপক লেখাৰু আৰু মোৰ ওচৰ সম্বন্ধ স্থাপন হ'ল। সভাৰ দায়িত্ব লৈ সভাপতিৰ মন বুজি আৰু সভাৰ আৱশ্যকতালৈ লক্ষ্য ৰাখি সাহিত্য সভাৰ আৰ্থিক সংকট দূৰ কৰিবলৈ আঁচনি প্ৰস্তুত কৰিব লগা হ'ল। অধ্যাপক লেখাৰু স্বভাৱতে জঞ্জাল ভাল নোপোৱা মানুহ আৰু অসম সাহিত্য সভাৰ ভিতৰ চ'ৰাৰ পূৰ্বৰ অভিজ্ঞতা তেওঁৰ নাছিল। তাতে 'আকৌ তেওঁৰ কৰ্মস্থল হ'ল সুদূৰ বৃন্দাবন; তেনে পৰিবেশত থাকি লেখাৰুৱে ঘৰ আৰু নিজ বাজ্যৰ কথাও বৰকৈ চিন্তা নকৰে কৰিবলৈ সুবিধা নোপোৱাটোও স্বাভাৱিক।

অধ্যাপক লেখাৰু অসম সাহিত্য সভাৰ সভাপতি হৈ থকা কালত কাৰ্যনিৰ্বাহকৰ অধিৱেশন চাৰিবাৰ বহে আৰু ইয়াৰ ভিতৰত তেওঁ প্ৰথম অধিৱেশনতহে উপস্থিত আছিল। প্ৰথম অধিৱেশন ১০ ৫।৭০ তাৰিখে অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনত বহে। সেই অধিৱেশনত উপস্থিত থাকি সভাপতি লেখাৰুৱে অসম সাহিত্য সভাৰ কিছু কথা অৱগত হয়। সভাপতি লেখাৰুৱে মোক জনালে যে তেওঁ মে' মাহৰ শেহৰ ফালে বৃন্দাবনলৈ যাব। তেওঁক বেগতে নাপাওঁ বুলি ভাবি সেই মাহৰ তৃতীয় সপ্তাহতে অসম চৰকাৰৰ হৈ মুখ্যমন্ত্ৰী শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীক লগ ধৰিবলৈ স্থিৰ কৰা সজাতি দলটোৰ নেতৃত্ব বহন কৰিবলৈ তেওঁক অনুৰোধ কৰিলোঁ। অধ্যাপক লেখাৰুৱে সম্মতি জ্ঞাপন কৰিলে। মোৰ ধাৰণা হৈছিল যে সভাপতি লেখাৰু মুখ্যমন্ত্ৰীৰ আগত দেখা দিলেই মোৰ কাম সিজিব। নিৰ্দিষ্ট দিনত মই গুৱাহাটীলৈ গৈ সভাপতিৰ লগত ছিলং

পালোঁগৈ। আমি এচেম্‌ব্লি হোষ্টেলত থকাৰ ঠিক কৰিলোঁ। পিচ দিনা আমি মুখ্যমন্ত্ৰীক লগ ধৰিলোঁ। মুখ্যমন্ত্ৰীৰ আগত সভাপতি লেখাৰুৱে সভাৰ পুঁজি টনকিয়াল কৰিবৰ বাবে চৰকাৰৰ আৰ্থিক সাহায্যৰ আৱশ্যকতাৰ কথা উল্লেখ কৰিলে। স্বভাৱতে লেখাৰু অল্পভাষী। মই সুবিধা পাই মুখ্যমন্ত্ৰীক সভাই কৰা কামৰ আৰু সভাই কৰিব লগীয়া কামৰ কথা বুজাই কলোঁ। সেইদিনা মুখ্য-মন্ত্ৰীৰ লগত সাক্ষাৎ কৰি মোৰ এটা ধাৰণা হ'ল যেন কোনোবাই চৰকাৰক সাহিত্য সভাৰ বিৰুদ্ধে কিবা বিৰূপ ধাৰণা জন্মাইছে। এঘণ্টামান আলোচনা কৰাৰ পাছতহে চৌধুৰী ডাঙৰীয়াই সভাক আৰ্থিক সাহায্য আৰু ইতিমধ্যে সভাই চৰকাৰক দিয়া আঁচনিৰ ভিত্তিত কেইখনমান প্ৰকাশনৰ বাবদ অনুদান দিবলৈ সন্মত হ'ল। বোধহয় সভাপতিৰ উপস্থিতিয়ে অনুকূল পৰিস্থিতিৰ সৃষ্টি কৰিলে। আমি আবেলি গুৱাহাটীলৈ ঘূৰিলোঁ। সেয়ে সভাপতিৰ লগত শেষ দেখা।

তেওঁ জুন মাহত বৃন্দাবনলৈ যোৱাৰ পিছৰেপৰা পত্ৰ বিনিময়ৰ বাহিৰে মোৰ অন্য উপায় নাইকিয়া হ'ল। সভাপতিৰ অনুপস্থিতিত উপ সভাপতি শ্ৰীপৰাগ চলিহাৰ দিহা-পৰামৰ্শ অনুযায়ী বছৰটোৰ কাম-কাজ সম্পাদন কৰা হ'ল। সভাপতি লেখাৰুৰ সভাৰ প্ৰতি আনুগত্য থাকিলেও তেওঁ অসমৰ বাহিৰত থকা কাৰণে সভাৰ কামত নিজকে ব্যস্ত কৰি ৰাখিব নোৱাৰিলে। তথাপি দূৰৈৰ পৰাই পা-পৰামৰ্শ দি জাতি আৰু সভাৰ প্ৰতি কৰ্ত্তব্য পালন কৰিছিল। লেখাৰুৰ সৌম্যমূৰ্তি আৰু অমায়িক ব্যৱহাৰ আমাৰ প্ৰেৰণাৰ উৎস আছিল।

---

# বৃন্দাবন ধামৰ শ্ৰীকৃষ্ণ-সেৱক লেখাৰু

ড° ভগৱানচন্দ্ৰ দেৱ গোস্বামী

ভাৰতীয় সংস্কৃতিৰ তাত্ত্বিক অনুশীলনত সন্ত সাধুসকলে "নাম, ৰূপ-লীলা আৰু ধাম"ৰ যোগেদি তত্ত্বৰ অনুভূতি লাভ কৰে। যদি কোনো বিশ্বাসী আৰু শ্ৰদ্ধাবান ব্যক্তিয়ে ঐশ্বৰীয় সাকাৰ ৰূপত ইয়াৰ সমাৱেশ দৰ্শন পায় তেনেহলে তেওঁৰ অন্তঃকৰণ পৰমানন্দত পৰিপূৰ্ণ হৈ পৰমস্থিতি লাভ কৰে। গতিকে সাকাৰী তত্ত্বৰ লীলা ক্ষেত্ৰ ধামৰ মাহাত্ম্য সম্বন্ধে অস্বীকাৰ কৰা টান। আস্তিক ভাৰতীয়ৰ দৃষ্টিত বৃন্দাবন সাকাৰী শ্ৰীকৃষ্ণৰ কিশোৰ লীলাৰ লীলা-ভূমি ৰূপে কল্পনা কৰে আৰু অতি বিশ্বাসেৰে আজিও ইয়াত সাধন, ভজন, নাম-কীৰ্ত্তন, নানা প্ৰকাৰৰ সেৱা, দান, দক্ষিণা ইত্যাদিবোৰ চলি আছে। "ব্ৰজ-ৰজ" আজিও সাধু-সন্ত আৰু অগণন ভক্তৰ কাৰণে পবিত্ৰ হৈ আছে। এই পবিত্ৰ বৃন্দাবন ধামতে কৃষ্ণ-সেৱক উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৱে অধ্যয়ন অধ্যাপনা কৰি শেহ জীৱনৰ এটা অংশ কটাইছিল।

সাহিত্যিক ৺উপেন্দ্ৰচন্দ্ৰ লেখাৰু সৰু কালৰপৰাই আস্তিক ভাবাপন্ন ব্যক্তি আছিল। পাশ্চাত্য পদ্ধতিত উচ্চ শিক্ষা লাভ কৰাৰ লগতে ভাৰতীয় অধ্যাত্ম সংস্কৃতিৰো যথেষ্ট জ্ঞান অৰ্জন কৰিছিল তেখেতে কেতিয়াবা কথা প্ৰসংগত কৈছিল যে, তেখেতে স্কুলীয় অৱস্থাতে কিছু যোগাসন অভ্যাস কৰিছিল। কিন্তু যেতিয়াৰপৰ সাংসাৰিক জীৱন যাপন কৰিছিল তেতিয়াৰপৰা যোগাসনৰ অভ্যাস এৰি দি শ্ৰৱণ-ভজনৰ দ্বাৰা ঈশ্বৰৰ নিত্য স্থিতি নিজ হৃদয়ত পাবলৈ বাঞ্ছা কৰি ইয়াৰ সাধনা আৰম্ভ কৰিছিল। তেখেতে উপযুক্ত বয়সত

মহাপুৰুষীয়া ধৰ্মৰ প্ৰণালীমতে শৰণ-ভজন কৰি গুৰুৰপৰা লৈছিল আৰু জীৱনৰ বাকী কালছোৱাত ইয়াৰ উপযোগ কৰিছিল। এই সাধনাৰ ফলস্বৰূপে সাহিত্যিক ৺উপেন্দ্ৰচন্দ্ৰ লেখাৰুৱে বৃন্দাবন ধামত বাস কৰিবলৈ আৰু শ্ৰীকৃষ্ণৰ লীলা ক্ষেত্ৰ চাই চাই পৰম তৃপ্তি লাভ কৰিবলৈ প্ৰত্যক্ষ সুবিধা পাই ১৯৬০ চনৰ ফেব্ৰুৱাৰী মাহত বৃন্দাবন ধামলৈ যাত্ৰা কৰে। যাত্ৰাৰ কাৰণ যদিও প্ৰত্যক্ষভাৱে অন্য প্ৰকাৰৰ তথাপি তেখেতৰ মনত বৃন্দাবন ধাম বাস আৰু শ্ৰীকৃষ্ণ লীলাৰ স্বৰূপ দৰ্শন আৰু শ্ৰীকৃষ্ণ সেৱাই মুখ্য ভাৱে ঠাই পাইছিল। ইয়াৰ মূৰ্তৰূপ তেখেতৰ আৰু অন্যান্য সদাশয় ব্যক্তিৰ মানসিক, আৰ্থিক আৰু দৈহিক প্ৰচেষ্টাৰ ফলস্বৰূপে বৃন্দাবন ধামত 'শ্ৰীমন্ত শংকৰ সেৱা সংঘ' স্থাপন আৰু ইয়াৰ দ্বাৰা এটি ধৰ্মশালা আৰু নাম-কীৰ্ত্তন কৰা হৰিমন্দিৰ এটি স্থাপনে নিদৰ্শন দিয়ে। অতি পৰিতাপৰ বিষয় যে ৺লেখাৰুৱে শাৰীৰিক অসমৰ্থতাৰ বাবে ১৯৭৫ চনৰ মাৰ্চ মাহত বৃন্দাবন ধাম এৰি গুৱাহাটীৰ নিজ ঘৰলৈ আহে আৰু ইয়াৰ পিছৰ পৰায়ে সেৱা সংঘৰ কামত অৱনতি ঘটিবলৈ আৰম্ভ কৰে। ইয়াৰ ফলত সেৱা সংঘৰ ধৰ্মশালাটো সংঘৰ কৰ্মকৰ্তাসকলে বিক্ৰী কৰে।

গুৱাহাটীৰ কটন মহাবিদ্যালয়ত অসমীয়া বিভাগৰ মুখ্য অধ্যাপকৰূপে কাম কৰি থাকোঁতেই বৃন্দাবন ধামলৈ যোৱাৰ সুবিধাটো আহিছিল অসম চৰকাৰৰ পূৰ্বৰ শিক্ষামন্ত্ৰী শ্ৰীযুক্ত দেৱেশ্বৰ শৰ্মা সদাশয় লোক গৰাকীৰপৰা। এখেতৰ মন্ত্ৰীত্বৰ কালছোৱাত বৃন্দাবন ধামৰ ত্ৰিদণ্ডী স্বামী ভক্তি হৃদয় বন মহাৰাজৰ অনুৰোধক্ৰমে তেখেতে প্ৰতিষ্ঠা কৰা "প্ৰাচ্য দৰ্শন প্ৰতিষ্ঠান" (Institute of Oriental Philosophy, Vrindavan)অত মহাপুৰুষ শংকৰদেৱৰ নামত "শংকৰদেৱ আসন" (Sankardev Chair) প্ৰতিষ্ঠাৰ বাবে এটি অনুদান মঞ্জুৰ কৰি তাত দিছিল। স্বামী ভক্তিহৃদয় বন মহাৰাজৰ এই প্ৰতিষ্ঠানটোৰ আদৰ্শ অতি মহান আছিল আৰু সেইৰূপে মহাৰাজে সৰ্ব ধৰ্ম সমন্বয় ভাৱত ভাৰতবৰ্ষৰ বৈষ্ণৱ ধৰ্মৰ চাৰি সম্প্ৰদায়ৰ আচাৰ্য্যসকলৰ একো একোখন আসন প্ৰতিষ্ঠা কৰিছিল। শিখ ধৰ্মৰ প্ৰতিষ্ঠাতা গুৰুনানকৰ

আসন আৰু মহাপ্ৰভু শ্ৰীচৈতন্যদেৱৰ আসন স্থাপন কৰিবলৈ বিচাৰি বিভিন্ন প্ৰাদেশিক চৰকাৰলৈ অনুদান মঞ্জুৰীৰ বাবে আবেদন কৰিছিল। স্বামীজীৰ এই আশা কিছু পৰিমাণে ফলৱতী হৈছিল আৰু সেইৰূপে পাঞ্জাব চৰকাৰৰপৰা, পশ্চিম বংগ চৰকাৰৰপৰা, মাদ্ৰাজ চৰকাৰৰপৰা, আৰু অন্যান্য দানী লোকৰপৰা দান পাই এই প্ৰাচ্য দৰ্শন প্ৰতিষ্ঠানটো স্থাপন কৰি সৰ্বভাৰতীয় দৃষ্টিত ভক্তি-দৰ্শনৰ গৱেষণাৰ কাম আৰম্ভ কৰিছিল। অনুষ্ঠানটিৰ আৰম্ভণিতে ভাৰতৰ বিভিন্ন ঠাইৰ পণ্ডিত সকল আৰু গৱেষণাকাৰী ছাত্ৰসকল আহি ইয়াত কাম কৰিছিল। কিন্তু পিছলৈ অনুষ্ঠানটিৰ আৰ্থিক অৱনতি ঘটিছিল আৰু তাৰ বাবে ইয়াত সুচাৰুৰূপে গৱেষণাৰ কাম নচলা হৈছিল। বৰ্তমানেও ইয়াত এটি অতি দুষ্প্ৰাপ্য পুথিৰ গৱেষণাৰ পুথিভঁৰাল আছে আৰু স্নাতক আৰু স্নাতকোত্তৰ মহলাৰ অধ্যয়নৰ বাবে সুবিধা চলি আছে। লেখাৰুৱে ১৯৬০ চনৰপৰা ১৯৭৫ চনলৈকে অসম চৰকাৰৰ অনুৰোধ ক্ৰমে মাহিলী ৮০০শ টকা বেতনত "শংকৰী ধৰ্ম"ৰ সাহিত্যৰ ওপৰত গৱেষণাৰ কাৰ্যত গৱেষণা পৰিচালক (Research guide) ৰূপে কাম কৰি আছিল। তেখেতৰ এই পৰিচালকৰ কাৰ্য গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ দ্বাৰা স্বীকৃত হৈছিল আৰু তেখেতৰ পৰিচালনৰ তলত শ্ৰীসদানন্দ বেজবৰুৱা আৰু শ্ৰীমতী মামণি ৰয়চম গোস্বামীয়ে অসমীয়া মহাভাৰতৰ তুলনামূলক অধ্যয়ন আৰু অসমীয়া ৰামায়ণৰ তুলনামূলক অধ্যয়ন বিষয়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ডি. ফিল, ডিগ্ৰী লাভ কৰিছিল।

মোৰ পৰিচয় লেখাৰু মহাশয়ৰ লগত ১৯৬০ চনৰ মে' মাহত হৈছিল। তেখেতক মই আগতে জনা নাছিলোঁ কিন্তু শ্ৰীযুত হেম শৰ্মা নামৰ বন্ধু এজনৰ দ্বাৰা লেখাৰু মহাশয়ৰ লগত পৰিচয় ঘটিছিল। তেখেতে মোক দৰ্শন আৰু সংস্কৃত বিষয়ত কিছু জ্ঞান থকা জানিব পাৰি বৃন্দাবন ধামৰ প্ৰাচ্য দৰ্শন অনুষ্ঠানটোৰ 'শংকৰদেৱ আসন'ত গৱেষণা কৰিবলৈ অনুমতি দি স্বামী বনমহাৰাজলৈ মোৰ দৰ্খাস্ত পঠিয়াইছিল। স্বামীজীয়ে মোক মাহেকত ২০০শ টকাকৈ বৃত্তি দি

গৱেষণা সহায়ক (Research Assistant) ৰূপে নিযুক্তি পত্ৰ দিছিল। এই নিযুক্তি ক্ৰমে ১৯৬০ চনৰ আগষ্ট মাহৰ ৪ তাৰিখে মহাশয়ৰ লগত বৃন্দাবন ধামলৈ যাত্ৰা কৰিছিলোঁ। বৃন্দাবন বাস মই শৈশৱ কালত কেতিয়াও সপোনতো দেখা নাছিলোঁ। তথাপি মোৰ জীৱনৰ কিছুমান সপোন তাৎপৰ্যপূৰ্ণ। লেখাক মহাশয়েও মাজে সময়ে আমি দুইজনে শংকৰদেৱ আসনৰ কোঠাত বহি অধ্যয়ন কৰি থাকোঁতে তেখেতৰ জীৱনৰ কিছুমান সপোনৰ তাৎপৰ্য মোক কৈছিল। এই বৃন্দাবন যাত্ৰাৰ প্ৰায়ে ৪/৫ মাহমান আগতে মই ইঞ্জিনীয়াৰিং কলেজৰ কৰ্মচাৰী মোৰ ভাগিন এজনৰ কোৱাৰ্টাৰত দুপৰীয়া শুই আছিলোঁ। টোপনিত মই সপোন দেখিছিলোঁ যে মই কোনো এখন ঋষি-মুনিৰ আশ্ৰমলৈ গৈছিলোঁ আৰু তাতেই মই ৰৈ গৈছিলোঁ। তাৰ পৰা আৰু ফিৰি অহা নহ'ল। সাৰ পাই মই সপোনটোৰ বিষয়ে চিন্তা কৰোঁতে মোৰ গাটো শিয়ৰি উঠিল। কিন্তু ইয়াৰ একো তাৎপৰ্য বুজি নাপালোঁ। কিন্তু যেতিয়া বৃন্দাবন ধামত গৈ ঋষি-মুনি সদৃশ সিদ্ধ পুৰুষসকলৰ দ্বাৰা প্ৰতিষ্ঠিত আশ্ৰমবোৰ দেখা পালোঁ তেতিয়া মই দেখা সপোনটোৰ তাৎপৰ্য বুজিবলৈ বাকী নাথাকিল।

বৃন্দাবনলৈ যোৱাৰপৰা মই লেখাক চাৰক কিছু পৰিমাণে জানো। তেখেতৰ প্ৰকৃতি অনুসাৰে বৃন্দাবনত থকা ঠাই বিচাৰি পাইছিল ব্ৰহ্মকুণ্ডৰ ওচৰৰ এটি দুমহলাৰ ঘৰ। ব্ৰহ্মকুণ্ডক বৃন্দাবন ধামৰ নাভি স্বৰূপে কল্পনা কৰে। ইয়াক কেন্দ্ৰ কৰিয়ে ইয়াৰ চাৰিওফালে মন্দিৰ, মঠ আৰু আশ্ৰমবোৰ বিস্তাৰিত হৈছে। সাধু-সন্তসকলৰ দৰ্শন, স্পৰ্শন আৰু সমাৰোহ ইয়াতেই মুখ্যভাৱে সময়ে সময়ে হৈ থাকে। তদুপৰি এই ঠাইখিনিত বাস কৰিব পাৰিলে বৃন্দাবনৰ সকলো সুবিধাখিনি লাভ কৰা যায়। গতিকে আধ্যাত্মিক উন্নতিৰ ক্ষেত্ৰ ব্ৰহ্মকুণ্ডৰ ওচৰত "শ্ৰীসাম্বসদাশিৱ কুঞ্জ"ৰ ঠিক পিছ-ফালতে লেখাক মহাশয় তেখেতৰ পৰিয়ালৰ সৈতে বাস কৰিছিল। আৰু তাৰপৰা প্ৰায় ২ মাইলমান আঁতৰৰ "প্ৰাচ্য দৰ্শন প্ৰতিষ্ঠান"লৈ

বিক্‌সাৰে অহা-যোৱা কৰিছিল। তেখেতৰ চলন-ফুৰণ, আচাৰ-ব্যৱহাৰত তাৰ সকলো মানুহ আপ্যায়িত হৈছিল আৰু পিচলৈ তেখেতক "আসাম কা বাবা" বুলি প্ৰায় লোকে সম্বোধন কৰিছিল। মই তেখেতৰ গাত প্ৰকৃত সাধুতাৰ আৰু প্ৰকৃত ভক্তৰ লক্ষণ দেখা পাইছিলোঁ। তেখেতৰ জীৱনত মই তলত দিয়া শ্লোকটিৰ সম্পূৰ্ণ সমৱেশ পাইছিলোঁ।

"ওঁ নমো ব্ৰহ্মণ্য দেৱায় গো-ব্ৰাহ্মণ হিতায় চ।
জগৎ হিতায় কৃষ্ণায় গোবিন্দায় নমো নমঃ॥"

এই আদৰ্শত লেখাৰু মহাশয়ে জীৱন যাপন কৰিছিল। তেখেতে সাহিত্য চৰ্চা কৰাৰ লগতে সাধন তত্ত্বৰো চৰ্চা কৰিছিল। ভাৰতীয় সংস্কৃতিৰ যি বৰ্ণাশ্ৰম ধৰ্ম তাক তেখেতে পালন কৰিছিল। এই প্ৰথমতে পঞ্চ মহাসঞ্চ আৰু পঞ্চ মহা ঋণ আশ্ৰমবাসীৰ বাবে যি তাৎপৰ্য তাক তেখেতে ভালদৰে উপলব্ধি কৰিছিল আৰু সেই অনুসাৰে যাৱতীয় কৰণীয় কাৰ্যবোৰ দ্বিধাহীনভাৱে পালন কৰি প্ৰকৃত আশ্ৰমবাসীৰূপে থাকি শ্ৰীকৃষ্ণ-তত্ত্ব সাধনাত ব্ৰতী আছিল। এই ব্ৰতৰ সাৰ্থকতা লাভ কৰিছিল আৰু শ্ৰীকৃষ্ণৰ ৰূপ জাগতিক বস্তুৰ মাজেৰে উপলব্ধি কৰিছিল। তেখেতৰ ইষ্ট দেৱতা শ্ৰীকৃষ্ণই আছিল আৰু অন্যান্য দেৱ-দেৱীৰ মূৰ্ত্তিতো শ্ৰীকৃষ্ণকেই দৰ্শন পাইছিল। এটি কাহিনীৰে তেখেতে এইটো মোৰ ওচৰত প্ৰকাশ কৰিছিল। আমি দুয়োজনৰ মাজত আলোচনা আৰম্ভ হলেই তেখেতে প্ৰায়ে স্বপ্নতত্ত্ব আৰু দৰ্শনতত্ত্ব আদিৰ কথা কিদৰে তেখেতৰ জীৱনত ঘটিছিল এইবোৰ প্ৰকাশ কৰি আনন্দ পাইছিল। শ্ৰীৰাম-কৃষ্ণ পৰমহংসই "যি কালী সেই কৃষ্ণ" উপলব্ধি কৰাৰ দৰে লেখাৰু মহাশয়েও কালীমূৰ্তিতে তেখেতৰ ইষ্টদেৱ শ্ৰীকৃষ্ণক দৰ্শন পোৱা বুলি কৈছিল। এই প্ৰসংগটো ঘটিছিল কলিকতাৰ দক্ষিণেশ্বৰ মন্দিৰত। কোনো এসময়ত কলিকতাৰ গংগাৰ পাৰে পাৰে গৈ থাকি দক্ষিণেশ্বৰ মন্দিৰ পাইছিল আৰু তাৰ মন্দিৰৰ ভিতৰত সোমাই যি মূৰ্ত্তিটো দৰ্শন পাইছিল সেইটো তেখেতৰ ইষ্টদেৱ শ্ৰীকৃষ্ণকেই দেখা পাইছিল। কিন্তু তাৰ পিচ মুহূৰ্ত্ততে

তেখেতৰ জ্ঞান হৈছিল যে, এই মন্দিৰৰ মূৰ্তিটো শ্ৰীকৃষ্ণৰ নহয়; ইয়াৰ মূৰ্তি কালীহে। তেতিয়া তেখেতে সচেতন হৈ আকৌ এবাৰ মূৰ্তিটো চাইছিল। তথাপি সেই একে শ্ৰীকৃষ্ণ মূৰ্তিকে দেখা পাইছিল। এই দৰ্শনৰ বিশ্লেষণ বিভিন্ন প্ৰকাৰৰ হ'ব পাৰে। তথাপি এইটো স্পষ্ট হয় যে, তেখেতৰ চিন্তাধাৰা সমদৰ্শী ভাৱত গৈছিল। এই ভাৱতেই গোটেই বিশ্বব্ৰহ্মাণ্ডখন শ্ৰীকৃষ্ণৰ বিকাশ যেন কল্পনা কৰি সেৱাৰ মনোভাৱত থাকি শ্ৰীকৃষ্ণৰ-গুণ, লীলা, ৰূপ-ধ্যান কৰি তাক শ্ৰৱণ-কীৰ্তনৰ দ্বাৰা জীৱন কটাইছিল।

লেখাৰু মহাশয়ৰ লগত যদিও মোৰ গৱেষণাৰ কাম আৰম্ভ হৈছিল তথাপি ইয়াৰ কাম তেখেতৰ তত্ত্বাৱধানত শেষ নহ'ল। ইয়াৰ বাবে তেখেতৰ নাইবা মই নিজে জগৰীয়া নহয়। বিশ্ববিদ্যালয়ৰ গৱেষণা সম্পৰ্কীয় নীতি-নিয়মৰ বাবে মই কলিকতা বিশ্ববিদ্যালয়ৰ অৱসৰ প্ৰাপ্ত অধ্যাপক আৰু গৱেষণা তত্ত্বাৱধানকাৰী ড° ৺সুশীল কুমাৰ মৈত্ৰৰ সৈতে মোৰ গৱেষণাৰ কাম কৰিবলগীয়া হৈছিল। দুৰ্ভাগ্যবশতঃ তেখেতৰ মৃত্যু ঘটাত মই ড° হাজাৰীলাল মহেশ্বৰীৰ তত্ত্বাৱধানত কাম সম্পূৰ্ণ কৰিবলগীয়া হৈছিল। যদিও লেখাৰু মহাশয়ৰ তত্ত্বাৱধানত মোৰ ডিগ্ৰী লাভ নহল, তথাপি তেখেতৰ সহায় সহযোগ, উপদেশ মই অস্বীকাৰ কৰিব নোৱাৰোঁ। শংকৰী সংস্কৃতি সম্পৰ্কে তেখেতৰপৰা যথেষ্ট সহায় পাইছিলোঁ। মোৰ প্ৰতি অতি তাৎপৰ্যপূৰ্ণ সাহস হৈ পৰিছিল মোৰ আধ্যাত্মিক জগতৰ গুৰু লাভৰ ক্ষেত্ৰত। লেখাৰু চাৰৰপৰা এটি তাৎপৰ্যপূৰ্ণ সংবাদ পায়েই মই সাধকজনক বিচাৰি গৈছিলোঁ আৰু তেখেতৰ দৰ্শন লাভৰপৰা মোৰ জীৱনত বিশেষ পৰিবৰ্তন ঘটিছিল। সাধকজনৰ কৃপাতেই মই বৃন্দাবনত বহুপ্ৰকাৰ অসুবিধাৰ মাজত থাকিও কাম কৰিবলৈ সক্ষম হৈছিলোঁ আৰু শেষত মোৰ কামত কৃতকাৰ্যতা লাভ কৰিছিলোঁ।

লেখাৰু মহাশয়ে ১৯৬০ চনৰ ফেব্ৰুৱাৰী মাহৰপৰা ১৯৭৫ চনৰ মাৰ্চ মাহলৈ বৃন্দাবন ধামত থাকি "প্ৰাচ্য দৰ্শন প্ৰতিষ্ঠান"ত

"শ্ৰীশংকৰদেৱ" আসনত তত্ত্বাৱধায়কৰ কাম কৰিছিল। এই কাল-ছোৱাত শ্ৰীসদানন্দ বেজবৰুৱা, ৺যশোদা চৌধুৰী, হীৰণ বৰুৱা, শ্ৰীমামণি ৰয়চম্ গোস্বামী আৰু কনক দাস আৰু মই তেখেতৰ তত্ত্বাৱধানত গৱেষণাৰ কাম কৰিছিলোঁ। এইকাল চোৱাতে লেখাৰু মহাশয়ৰ অশেষ উৎসাহ আৰু কামৰ বাবে উত্তৰ লক্ষ্মীমপুৰ জিলাৰ ৺চেনিৰাম শইকীয়া মৌজদাৰৰ অক্লান্ত পৰিশ্ৰমৰ ফলস্বৰূপে ১৯৬৫ চনত "শ্ৰীশ্ৰীশংকৰদেৱ সংঘ" গঠিত হৈ এটি ধৰ্মশালা কিনিলৈ তাত তেখেতে নিজে থাকি শংকৰী উপাসনা-পদ্ধতিৰ বেদী স্থাপন কৰি সেৱা-পূজাৰ কাম চলাইছিল। তাৰ পাছত এই অনুষ্ঠানটোৰ যোগেদিয়ে সংঘৰ মন্দিৰৰ বাবে ১৯৬৯ চনত আকৌ এটি ঘৰ কিনি লয়। ৺নলিনী দাস এম, এ, বি, এল, ডাঙৰীয়াই (অৱসৰ প্ৰাপ্ত আয়-কৰ সচিব) এই মন্দিৰ পৰিচালনাৰ উপ সভাপতিৰ ভাৰগ্ৰহণ কৰিছিল। ইয়াৰ দ্বাৰা বৃন্দাবন ধামত শংকৰী সংস্কৃতিৰ প্ৰচাৰ কৰা হৈছিল। লেখাৰু মহীশয়ে এই প্ৰচাৰৰ আদি বীজ আছিল। এই কামৰ মাজতেই ১৯৭০ চনত অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ ধিং অধিবেশনৰ সভাপতি নিৰ্বাচিত হৈ আহি সভাৰ কাম চলাইছিল।

শ্ৰীকৃষ্ণ সেৱাৰ লগতে সাহিত্য সেৱাও সমানে লেখাৰু মহাশয়ে চলাই আছিল। এই কালছোৱাতে 'লক্ষ্মীনাথ বেজবৰুৱা' 'নিমি নৱ সিদ্ধ সংবাদ'ৰ নতুন সম্পাদনা, ভাগৱতৰ কথা ১ম খণ্ড আৰু ২য় খণ্ড, সাধু সন্তৰ চৰিত, 'আদেশ ঔৰ আশীবাদ'ৰ ৰচনা সম্পূৰ্ণ কৰিছিল। তদুপৰি তেখেতে সময়ে সময়ে প্ৰবন্ধ, আধ্যাত্মিক ভাষণ আদিৰ দ্বাৰা জনসমাজৰ সেৱা আগবঢ়াইছিল।

তেখেতে সমবুদ্ধিত বিভিন্ন ধৰ্মমতকে সমানে আদৰ কৰিছিল। সাধনাৰ দ্বাৰা এই অৱস্থা লাভ হোৱা কাৰণে তেখেতৰ বিভিন্ন সমস্যাৰ মাজতো অন্তৰত প্ৰশান্ত ভাৱ স্থায়ীভাৱে থাকি শান্তি প্ৰদান কৰিছিল। কোনো পৰিস্থিতিতে তেখেতক উদ্বিগ্ন হোৱা দেখা নগৈছিল। সদায় মুখত এটি মিচিকীয়া হাঁহি, সাত্ত্বিক মিতব্যয়ী পৰিধান আৰু হৃদয়ত শ্ৰীকৃষ্ণৰ নামে ঠাই পাইছিল। শ্ৰীমদ্ভাগৱদ গীতাত শ্ৰীকৃষ্ণই অৰ্জুনৰ স্থিত প্ৰজ্ঞৰ লক্ষণ কোৱাৰ দৰে—

"দুঃখেষু অনুদ্বিগ্নমনাঃ সুখেষু স্পৃহঃ ॥
বীত-ৰাগ-ভয় ক্ৰোধঃ স্থিতধীঃ মুনিৰুচ্যতে ॥" ২/৫৬ গীতা

লেখাৰু মহাশয়ৰ গাত প্ৰজ্ঞা স্থিত হোৱা দেখা গৈছিল। আৰু এই লক্ষণেই তেখেতৰ ব্যক্তিত্বৰ ভূষণ আছিল।

# গৱেষণা-পৰিচালক লেখাৰু

ড° সদানন্দ বেজবৰুৱা

পুণ্যভূমি ভাৰতৰ তীৰ্থস্থান বৃন্দাবনত স্থাপিত হোৱা গৱেষণা কেন্দ্ৰত "শ্ৰীশ্ৰীশংকৰদেৱ আসন"ৰ অধ্যাপক আৰু গৱেষণা-পৰিচালকৰ নিযুক্তিত সঁহাৰি দি লেখাৰুদেৱে ১৯৬০ চনৰ মাৰ্চ মাহত অসমৰ পৰা যাত্ৰা কৰে। অৱসৰ গ্ৰহণৰ থিক আগে আগে ভগৱান শ্ৰীকৃষ্ণৰ লীলাভূমি বৃন্দাবনৰ নিচিনা তীৰ্থস্থানত বাস কৰি দেশৰ দহৰ সেৱা কৰাৰ আকাঙ্খা এটিৰ বাস্তৱ ৰূপায়ণক তেখেতে ভগৱানৰ আশিস্ বুলি গ্ৰহণ কৰিছিল। পূৰ্বজন্ম বিশ্বাস কৰা লেখাৰু চাবৰ ওপৰত এইয়া আছিল ভগৱানৰ অশেষ কৰুণা। জীৱনৰ বেচি ভাগ সময় ভাগৱত, ৰামায়ণ, মহাভাৰত আদি ধৰ্ম-সম্বন্ধীয় গ্ৰন্থৰ লগত ওতঃপ্ৰোতভাৱে জড়িত থকা লেখাৰুদেৱৰ প্ৰাণে তাতেই যেন বিচাৰি পাইছিল ঈশ্বৰৰ সান্নিধ্য; সাধু-সন্ন্যাসীৰ সাহচৰ্যত পাইছিল আন্তৰিক প্ৰেৰণা, উজাৰি দিছিল অকুণ্ঠিত ভক্তিৰ আঁজলি।

বৈষ্ণৱ সাহিত্যৰ প্ৰতি ৰাপ থকা লেখাৰুদেৱে প্ৰাচ্য দৰ্শন বিদ্যালয়ত (Institute of Oriental Philosophy) থকা কাল ছোৱাৰত অসমীয়া সাহিত্যৰ জৰিয়তে ধৰ্মমূলক বিভিন্ন প্ৰবন্ধৰ সম্ভাৰ দাঙি ধৰি আলোচনাৰ মাধ্যমেৰে বৃন্দাবনৰ সুধীবৃন্দক আনন্দ দিব পাৰিছিল। সেয়েহে, ছাত্ৰ-ছাত্ৰীসকল আকৰ্ষিত হৈছিল তেখেতৰ পাণ্ডিত্যৰ প্ৰতি, আহৰণ কৰিছিল জ্ঞানগৰ্ভ উপদেশ, অনুপ্ৰাণিত হৈছিল গুৰুৰ কাৰ্যাৱলীৰ দ্বাৰা। ইয়াৰ প্ৰতিধ্বনি ফুটি উঠিছিল

খং, বিৰক্তিৰ উৰ্ধত থকা তেখেতৰ গাম্ভীৰ্যপূৰ্ণ ব্যক্তিত্বত। তাৰ মাজতে মাজে-সময়ে প্ৰকাশ পোৱা সৰল হাস্যৰসৰ তৰংগই দুপৰীয়াৰ অৱসাদগ্ৰস্ত মুহূৰ্তকো সজীৱ কৰি তুলিছিল।

প্ৰাচ্য দৰ্শন বিদ্যালয়ৰ চৌহদত থকা দুমহলীয়া হোষ্টেলটো আছিল গৱেষক, গৱেষণা-পৰিচালকৰ আৱাসগৃহ। কিন্তু, লেখাৰু ছাৰে পৰিয়ালৰ সৈতে থাকিবলৈ লৈছিল মন্দিৰ পৰিৱেষ্টিত ব্ৰহ্মকুণ্ড অঞ্চলত।

ৰাতিপুৱা ৮ বজাৰ পৰা গধূলি ৬ বজালৈ বিদ্যালয়ত গৱেষণা কৰাৰ সময় নিৰ্ধাৰিত হৈছিল। আহাৰৰ সময় নিৰ্দিষ্ট হৈছিল দুপৰীয়া এক বজাৰ পৰা দুই বজাৰ ভিতৰত। লেখাৰুদেৱে দিনৰ ১০ বজাৰ পৰা ৬ বজালৈ বিভিন্ন ৰকমে গৱেষকক সহায় কৰাৰ বাদেও নিজাকৈ বিভিন্ন গ্ৰন্থৰ সম্পাদন, পৰ্যালোচনা, টীকা লিখা, অসমীয়া বৈষ্ণৱ গ্ৰন্থ ইংৰাজীলৈ অনুবাদ কৰাৰ কামত ব্যস্ত আছিল। ইয়াৰ উপৰিও ভাগৱত, মহাভাৰত, গীতা, ৰামায়ণ আদি অধ্যয়ন কৰি গৱেষকক আগতিয়াল দিশৰ সন্ধান দিছিল। প্ৰাসংগিকক্ৰমে এইখিনিতে বিদ্যালয়খনৰ এটি কটকটীয়া নিয়মৰ বিষয়ে উল্লেখ কৰিবলগীয়া হ'ল। অসম তথা অন্যান্য চৰকাৰৰ অনুদানৰ দ্বাৰা পুষ্টিত গৱেষকৰ মাহেকীয়া বৃত্তি লাভ কৰাৰ যুক্তিযুক্ততাৰ মাপ-কাঠী কৰা হৈছিল পৰিচালকৰ দ্বাৰা অনুমোদিত গৱেষণাৰ অগ্ৰগতিৰ প্ৰশংসাপত্ৰৰ ভেটিত। এনেকুৱা বাধ্য-বাধকতাত গৱেষক বা গৱেষণা পৰিচালকৰ অৱসৰ বিনোদনৰ সুৰুঙা ক'ত? সেই বাবেই উত্তৰ প্ৰদেশৰ অসহ্য গৰমৰ মাজতো কৰ্ত্তব্যৰ প্ৰতি দায়বদ্ধ হ'বলগীয়া হৈছিল। তদুপৰি ভূতৰ ওপৰত দানহ ওলোৱাৰ দৰে অসম চৰকাৰৰ অনুদান পঠোৱাৰ হেমাহিৰ বাবে ছাত্ৰ-শিক্ষক উভয়ে মানসিকভাৱে ক্ষতি গ্ৰস্ত হোৱাটোও আছিল স্বতঃসিদ্ধ কথা। কিন্তু লেখাৰু ছাৰ ইয়াতো নিৰ্বিকাৰ। নানা আলৈ-আহুকাল, আৰ্থিক সমস্যা, চৰকাৰৰ হেমাহি, বিশ্ববিদ্যালয়ৰ ওজৰ-আপত্তিয়ে অসহিষ্ণু কৰি তুলিলেও তেখেতৰ সংযত সক্ৰিয়নিত

সকলোবোৰ প্ৰশমিত হৈছিল। মাজে-সময়ে বিদ্যালয়ৰ মুৰব্বীজনৰ অন্যায়-অবিচাৰ আৰু কটূক্তিৰ প্ৰতিবাদ কৰিবলৈ উঠিও থমকি ৰ'ব লগীয়া হৈছিল ছাত্ৰৰ নিৰ্বাক ইংগিতত।

মাহেকীয়া চেমিনাৰত অংশ গ্ৰহণ কৰিবলৈ দিল্লী, আগ্ৰা, মথুৰা আদিৰ বহুতো বিজ্ঞ লোকে বিভিন্ন ধৰ্ম আৰু দাৰ্শনিক তত্ত্বৰ ওপৰত হোৱা বিশদ আলোচনাত ভাগ লৈছিল। ইয়াত অংশ গ্ৰহণ কৰাটো গৱেষণা পৰিচালকৰ অৱশ্য কৰ্ত্তব্য। চেমিনাৰত নিবন্ধ পাঠ কৰাৰ পিচত প্ৰশ্নৰ অৱতাৰণা কৰাটো এটা লাগতিয়াল অংগ। সুচিন্তিত মতামতৰ বাবে সুধী সমাজৰ পৰা পোৱা অকুণ্ঠচিত্ত প্ৰশংসাই লেখাৰুদেৱৰ গভীৰ অধ্যয়ন পুষ্ট দিশলৈ আঙুলিয়ায়।

বিদ্যালয়ৰ গ্ৰন্থাগাৰত অসমীয়া গ্ৰন্থ যথেষ্ট নহয়। অথচ প্ৰাসংগিক গ্ৰন্থৰ পৰা প্ৰামাণিক সন্দেদ বিচাৰ কৰাৰ ওপৰত গুৰুত্ব দিয়া হৈছিল। লেখাৰুদেৱে প্ৰকাশিত পুৰণি পুথিৰ উপৰিও সাঁচিপাত চোৱাৰ বাবে পৰামৰ্শ দিছিল। বিভিন্ন ঠাইত সংগ্ৰহ কৰা সাঁচিপতীয়া পুথিৰ পাঠ্য-অধ্যয়নেহে গ্ৰন্থৰ প্ৰকৃত মূল্যায়ন কৰাত সহায় কৰে। এটা সময়ত লেখাৰুদেৱে নিজেই অসমৰ বিভিন্ন অঞ্চলৰ পৰা পুৰণি সাঁচিপতীয়া পুথি সংগ্ৰহ কৰি থুলমূলকৈ একোটিকৈ টোকাও প্ৰকাশ কৰিছিল। ইয়াৰো আৰ্হি পাইছিলোঁ তেখেতৰ পৰাই।

গৱেষণা-পৰিচালকৰ কাম দুৰূহ। বিষয়-বস্তুৰ লগত জড়িত থকা নিদৰ্শন ( reference ) গ্ৰন্থবোৰৰ নিৰ্দেশ দি সময় বিশেষে লেখাৰুদেৱে নিজেই প্ৰামাণ্য গ্ৰন্থবোৰৰ পৰা পোৱা প্ৰত্যক্ষ জ্ঞান আৰু নিৰ্ভুল তথ্য পাতি গৱেষকক অৱগত কৰোৱাইছিল। আনহাতে ভৱিষ্যতে বিতৰ্কৰ অৱতাৰণা হ'ব পৰা সম্ভাৱ্য দিশ আলোচনাৰ জৰিয়তে খৰচি মাৰি নিৰহ-নিপানী কৰি দাঙি ধৰি পৰিচালকৰ দায়িত্ব সুচাৰুৰূপে পালন কৰিছিল। গতিকে পৰিচালকৰ সুচিন্তিত অভিমত আৰু পৰামৰ্শই গৱেষকৰ মৌলিক গৱেষণা-গ্ৰন্থক বিশেষ মৰ্যাদা দি

উচ্চ স্তৰলৈ যোৱাত সহায় কৰিছে। এইখিনিতে উল্লেখ কৰিব পাৰি যে লেখাৰুদেৱৰ পূৰ্ব প্ৰকাশিত উচ্চ-মানবিশিষ্ট গ্ৰন্থ আৰু গৱেষণা-মূলক প্ৰবন্ধই পৰোক্ষ ভাবে কিছুদূৰ গৱেষণাৰ সহায়ক হোৱাটো সঁচা। তেখেতে ঘৰতো গৱেষণাৰ সম্ভাব্য প্ৰশ্ন আৰু আসোঁৱাহৰ আলোচনা কৰি গৱেষকক আত্ম প্ৰত্যয়ৰ ভাব জগাই তোলে। গৱে-ষণাত সময় গৌণ; সুযোগেই প্ৰকৃত কথা। যি কোনো মুহূৰ্ততে মূল্যবান একো একোটি প্ৰশ্নৰ উদয় হোৱাটো অসম্ভৱ নহয়।

১৯৬০ চনৰ পৰা ১৯৭৪ চনলৈ এই সুদীৰ্ঘ ১৪ বছৰ কাল লেখাৰুদেৱে বিভিন্ন গৱেষকৰ লগত পৰিচালকৰূপে নিবিড়ভাৱে লাগি থাকি নানা বিষয়ত ছাত্ৰ-ছাত্ৰীক উপকৃত কৰাৰ বাহিৰেৰ চিৰ চেনেহী অসমীয়া ভাষাৰ উৎকৰ্ষ সাধনত ব্ৰতী হৈ স্বাক্ষৰ ৰাখি গ'ল। বৃন্দাবনৰ প্ৰাচ্য দৰ্শন বিদ্যালয়ৰ মুখপত্ৰ Philosophy and Culture ত লেখাৰুদেৱৰ প্ৰকাশিত উচ্চ প্ৰশংসিত প্ৰবন্ধই ইয়াৰ প্ৰমাণ দাঙি ধৰিছে। বঙালী ভাষাৰ "ব্ৰজধাম ও আচাৰ্যগণ" নামৰ গ্ৰন্থখনত "মহাপুৰুষ শংকৰদেৱেৰ জীৱনী ও সাহিত্য" নামৰ লেখাৰুদেৱৰ প্ৰবন্ধই এটা নতুন অভিলেখ স্থাপন কৰিছে।

লেখাৰুদেৱ আছিল গৱেষকৰ বন্ধু, দাৰ্শনিক আৰু পথ-দেখুৱাওঁতা। সচাঁকৈয়ে আতঁৰত এজন নতুন গৱেষকক অমায়িক ব্যৱহাৰ আৰু আন্তৰিকতাৰে আপোন কৰি ঘৰুৱা পৰিবেশত লব পৰাটো এটা মহৎ গুণ। সদাহাস্যময় অধ্যাপক লেখাৰুদেৱ বৃন্দা-বনৰ ব্ৰহ্মকুণ্ড অঞ্চলত বিশেষকৈ বঙালী সম্প্ৰদায়ৰ মাজত এজন সৰবৰহী, নিৰ্জু, আত্মভোলা, পৰোপকাৰী, জ্ঞানী, ভগৱৎমুখী, ধৰ্ম-প্ৰাণ, সুধী ব্যক্তি বুলি পৰিগণিত হৈছিল। এনে এজন সবল অন্তৰৰ গৰাকী প্ৰয়াত লেখাৰুদেৱক আজি পুনৰ শ্ৰদ্ধাৰে সুঁৱৰিছোঁ।

———

# উপেন্দ্ৰচন্দ্ৰ লেখাৰু

**ড° পৰীক্ষিত হাজৰিকা**

অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু বাহিৰে-ভিতৰে এজন আদৰ্শ শিক্ষক আছিল। পিন্ধন-উৰণ, কথা-বতৰা, আচাৰ-ব্যৱহাৰ, কাম-কাজ, চিন্তা-চৰ্চা আদি ব্যক্তিগত আৰু সামূহিক দিশত লেখাৰু এজন অকৃত্ৰিম আদৰ্শ শিক্ষকৰূপে সমাজত পৰিগণিত হৈছিল। সকলোৰে প্ৰতি অমায়িক ব্যৱহাৰ, বিপদাপন্নক অভয়দান, শিক্ষানুৰাগীক প্ৰেৰণা প্ৰদান তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট্য। সদায় অনাড়ম্বৰ, মিষ্টভাষী আৰু সাধু প্ৰকৃতিৰ ব্যক্তিগৰাকীৰ ধৈৰ্য, ত্যাগ, সহিষ্ণুতা আৰু কৰ্মোদ্যম কম নাছিল। লেখাৰু আৰু তেওঁৰ পৈতৃক পৰিয়ালটি বৰ চহকী নাছিল; আৰ্থিক অনাটন আৰু শাৰীৰিক দুখ-কষ্ট সততে নুগুচিছিল। তথাপি তেওঁৰ মন সদায় প্ৰফুল্ল হৈ আছিল। কেতিয়াও মান-যশ, প্ৰশংসা-পদবীৰ প্ৰতি লালায়িত নোহোৱা লেখাৰুৰ গাত গীতাৰ 'কৰ্মণ্যে-বাধিকাৰস্তে মা ফলেষু কদাচন' বাণীটি বাৰুকৈয়ে খাটিছিল।

উত্তৰ গুৱাহাটী ব্ৰহ্মপুত্ৰৰ ঠিক উত্তৰ পাৰত গুৱাহাটীৰ মুখামুখিকৈ অৱস্থিত প্ৰকৃতিৰ ৰম্য কানন ইতিহাস আৰু ধৰ্মীয় সংস্কৃতিৰে ঐতিহ্যমণ্ডিত এখনি সৰু চহৰ। ইয়াৰ পশ্চিম আৰু উত্তৰ দিশৰ সৰু-বৰ পাহাৰে যেনেকৈ চহৰখন সেউজবুলীয়া কৰি ৰাখিছে, তেনেকৈ দক্ষিণ আৰু পূব দিশৰ নদী-উপনদী দুখনে ইয়াক বিধৌত কৰি আহিছে। তদুপৰি ইয়াত থকা মণিকৰ্ণেশ্বৰ, দীৰ্ঘেশ্বৰী, অশ্বক্লান্ত আৰু ৰুদ্ৰেশ্বৰ দেৱালয়ে ঠাইখনৰ ধৰ্মীয় ঐতিহ্য দাঙি ধৰিছে। প্ৰাক্ আহোম আৰু আহোম ৰজাদিনীয়া কীৰ্ত্তি-চিন কেবাটিও আছে।

কানাই-বৰশী বোৱা শিলৰ-তুৰস্ক-ক্ষয়ৰ ফলি (১১২৭ শক), চন্দ্ৰভাৰতী মণ্ডপৰ শিলৰ ফলি (১৬ শতিকা), বাহগড়ীয়া বুঢ়াগোহাঁইৰ ৰণ-জয়ৰ শিলৰ ফলি (১৫৮৯ শক), দীৰ্ঘেশ্বৰী মন্দিৰৰ শিলৰ ফলি (১৬৫৭ শক), অশ্বক্ৰান্ত দেৱালয়ৰ শিলৰ ফলি (১৬৪২ শক), ৰংমহলৰ গড়-খাৱৈৰ শিলৰ ফলি (১৬৫৪ শক), ৰুদ্ৰেশ্বৰ দেৱালয়ৰ শিলৰ ফলি (১৬৭১ শক), মণিকৰ্ণেশ্বৰ দেৱালয়ৰ শিলৰ ফলি (১৬৭৭ শক) প্ৰভৃতি পুৰাতাত্বিক সমলবোৰে অঞ্চলটোৰ ঐতিহাসিক মূল্য বঢ়োৱা এই উত্তৰ গুৱাহাটীয়েই অসমৰ সৰ্বপ্ৰথম একষ্ট্ৰা এছিষ্টেণ্ট কমিছনাৰ তথা বুৰঞ্জীবিদ্ হৰকান্ত বৰুৱা সদাৰমীন, অসমৰ প্ৰথম চিভিলিয়ান তথা বিশ্বখ্যাত পণ্ডিত আনন্দৰাম বৰুৱা আৰু অসম মাতৃৰ সুসন্তান কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ জন্মস্থান। সমগ্ৰ অসমৰ প্ৰগতিত ঠাই-খিনিৰ বৰঙণি লেখত লবলগীয়া।

এনে এখন ঐতিহ্যপূৰ্ণ ঠাইতেই ১৯০৫ চনৰ ১৬ জানুৱাৰীৰ দিনা উপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ জন্ম হয়। তেওঁৰ পিতৃ নন্দৰাম লেখাৰু আৰু মাতৃ সোণপাহী বৰ ধৰ্মভীৰু আছিল; তেওঁলোকে নিজৰ গোসাঁই ঘৰত পুৱা-গধূলি ভাগৱত পাঠ কৰিছিল। সকতেই পৰিয়ালৰ ধৰ্মীয় প্ৰভাৱ উপেন লেখাৰুৰ গাত পৰিছিল।

১৯১৮ চনত উত্তৰ গুৱাহাটীৰ মাইনৰ স্কুলৰপৰা এম.ই. পাছ কৰি লেখাৰু গুৱাহাটীৰ কটন কলেজিয়েট স্কুলত ভৰ্তি হয় আৰু তাৰেপৰা ১৯২২ চনত অংকত লেটাৰ লৈ প্ৰথম বিভাগত প্ৰৱেশিকা পাছ কৰে আৰু কটন কলেজত সেই চনৰে জুলাই মাহৰ তৃতীয় সপ্তাহত নাম লিখে। আই.এ. মহলাত তেওঁ বুৰঞ্জী, সংস্কৃত আৰু তৰ্কবিজ্ঞান লয়; ইংৰাজী আৰু অসমীয়া বাধ্যতামূলক বিষয়। '৯২৪ চনত আই.এ পৰীক্ষাতো তেওঁ প্ৰথম বিভাগত উত্তীৰ্ণ হয়। ১৯২৬ চনত লেখাৰুৱে কটন কলেজৰপৰাই দৰ্শন বিষয়ত অনাৰ্চ লৈ দ্বিতীয় শ্ৰেণীৰ নৱম স্থান অধিকাৰ কৰি বি.এ. ডিগ্ৰী লাভ কৰে। বি. এ. পাছ কৰি লেখাৰুৱে আধুনিক ভাৰতীয় ভাষাত এম.এ.

ডিগ্ৰী লয়। তাৰে কেইবাবছৰো পাছত গুৱাহাটীৰ আৰ্‘ল কলেজৰ পৰা বি. এল্. পৰীক্ষাতো উত্তীৰ্ণ হয়। ১৯৩৬ চনৰ ভিতৰত তেওঁ কেইমাহমান ওকালতিও কৰে; কিন্তু তাত তেওঁৰ মন নবহিল। মোকৰ্দমাত ফাকি-ফুকা দিয়া তেওঁ সমূলি ভাল নাপাইছিল। পিছত ১৯৪০ চনত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰপৰা প্ৰাইভেট্‌কৈ অসমীয়াত এম. এ. পাছ কৰিলে।

বি. এল্ ডিগ্ৰী লোৱাৰ আগতে তেওঁ উত্তৰ গুৱাহাটীৰ আউনীআটী কমলদেৱ হাইস্কুলত শিক্ষকতা কৰে। সেই সময়তে তেওঁৰ যত্নত উত্তৰ গুৱাহাটীত ‘আনন্দ সমিতি’ স্থাপিত হয়। ১৯৩১ চনত লেখাৰুৱে ‘আনন্দৰাম বৰুৱা পুথিভঁৰাল’ প্ৰতিষ্ঠা কৰে। এই পুথিভঁৰাললৈ তেওঁ অনেক ঠাইৰপৰা নানা কষ্ট কৰি অসংখ্য পুথি গোটাইছিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে পুথিভঁৰালৰ মাটিখিনি দান দিছিল; যোগেন্দ্ৰনাথ বৰুৱা এম. এ, বি. এল্ ডাঙৰীয়াই ৮০০ কিতাপ আৰু অসংখ্য পুৰণি অসমীয়া আলোচনীৰ যোগান ধৰিছিল। এবাৰ কামৰূপৰ ডেপুটি কমিছনাৰ লেইনো চ’হাবে এই পুথিভঁৰালটি দেখি লেখাৰুক উচ্চ প্ৰশংসা কৰিছিল আৰু তেওঁৰ অফিচত থকা প্ৰচুৰ পুথি-পাঁজি, নথি-পত্ৰ দান দিছিল; লেখাৰুৱে সেইবোৰ এখন নাৱত বোজাই দি নি আনন্দৰাম বৰুৱা পুথিভঁৰালটি চহকী কৰিছিল। ১৯৩৩ চনতে সেই পুথিভঁৰালৰ অকল ছপা পুথিৰ সংখ্যাই আছিল ২৮০০। ইয়াৰ উপৰিও সাঁচিপতীয়া পুথি আলোচনী আদি আছিলেই। এই প্ৰসংগত লেখাৰুৰ কৰ্মকুশলতা আৰু উদ্যম সম্পৰ্কে ১৯৩৩ চনৰ ৩য় সংখ্যা ‘কটনিয়ান’ত সম্পাদকে মন্তব্য কৰিছিল ‘We have heard of the Anundoram Borooah Library at North Gauhati, the birth place of the great Sanskrit scholar. It was established in 1931....... One uniquee feature of the Anundoram Borooah Library is its collection of old Assamese manus-

cripts, the most significant of which is the hand-book of information relating to the fortifications of Gauhati and Samdhara during the period of Mogul Conflicts. The initiation of the Library and the present growth are mainly due to the enterprise and zeal of an Ex-Cottonian, Srijut Upendra Chandra Lekharu, B. A.

সম্ভৱ এনেকুৱা কাৰ্যদক্ষতাৰ কাৰণেই পিছত লেখাৰুক কটন কলেজৰ পুথিভঁৰালৰ গ্ৰন্থগাৰিক হিচাপে নিযুক্তি দিয়া হৈছিল। ১৯৩৮ চনত তেওঁ কটন কলেজৰ অসমীয়া বিভাগত টিউটৰ হিচাপে সোমায়; অসমীয়া বিষয়ত এম এ. পাছ কৰিছে তেওঁ ১৯৪০ চনৰপৰা অধ্যাপক (Lecturer) হয়। তেতিয়াৰেপৰা ১৯৫৯ চনৰ ডিচেম্বৰ মাহলৈকে লেখাৰুৱে কটন কলেজত অধ্যাপনা কৰে। ইয়াৰপৰা মূৰব্বী অধ্যাপক হিচাপে অৱসৰ লৈ ১৯৬০ চনৰ জানুৱাৰী মাহত বৃন্দাবনৰ বৈষ্ণৱ পৰমাৰ্থিক বিশ্ববিদ্যালয়ৰ শ্ৰীশ্ৰীশংকৰদেৱ আসনৰ বাবে তেওঁ গৱেষণা পৰিচালক হিচাপে দায়িত্ব গ্ৰহণ কৰে। পিছলৈ এই অনুষ্ঠানটিৰ নামকৰণ কৰা হয় Institute of Oriental Philosophy আৰু অধ্যাপক লেখাৰুৱে তাৰ 'ডীন' হিচাপে কাৰ্যনিৰ্বাহ কৰে। বৃন্দাবনত লেখাৰুৱে অসমৰ কেইবাগৰাকীও ধৰ্মপ্ৰাণ বৈষ্ণৱৰ সহযোগত 'শ্ৰীশ্ৰীশংকৰদেৱ সেৱা সংঘ' প্ৰতিষ্ঠা কৰে আৰু তাৰে তেওঁ সম্পাদক হয়। তাত থকা 'শ্ৰীশ্ৰীশংকৰ মন্দিৰ' নিৰ্মাণতো লেখাৰুৰ অৱদান প্ৰশংসনীয়। অধ্যাপক লেখাৰুৰ তত্ত্বাৱধানত অসমৰ কেইবাগৰাকীও গৱেষকে উক্ত বিশ্ববিদ্যালয়ৰপৰা 'ডক্টৰেট্' উপাধি লাভ কৰিছে। লেখাৰু বহু বছৰ কাল অসম সাহিত্য সভাৰপৰা আঁতৰি থাকিলেও অসমৰ এই বৃহত্তম অনুষ্ঠানটিয়ে তেওঁক পাহৰা নাই। গুণীজনৰ মোল বুজি অসম সাহিত্য সভাৰ সংশ্লিষ্ট সাহিত্যানুৰাগীসকলে এওঁক ১৯৭০ চনৰ সপ্তত্ৰিংশ অধিবেশনৰ সভাপতিৰূপে বৰণ কৰে। ১৯৭৪

চনত অধ্যাপক লেখাৰুৱে অৱসৰ লৈ গুৱাহাটীৰ হেংগীভিলাত থাকি-বলৈ লয় আৰু ১৯৭৯ চনৰ ৩ জুন তাৰিখে স্বৰ্গাৰোহণ কৰে।

ওপৰৰ কথাখিনিয়েই অধ্যাপক লেখাৰুৰ যথোচিত পৰিচয় দাঙি নধৰে; তেওঁৰ সম্যক পৰিচয়ৰ এটা দিশ নিহিত আছে নিজৰ ৰচনা-ৱলীত। হাইস্কুলত পঢ়ি থকা অৱস্থাতেই লেখাৰুৰ সাহিত্যৰ প্ৰতি স্পৃহা বাঢ়ে। ১৯১১ চনত তেওঁ স্বামী ব্ৰহ্মানন্দৰ সংগৃহীত 'শ্ৰীশ্ৰী-ৰামকৃষ্ণ উপদেশ' নামৰ বঙলা পুথিখন অসমীয়ালৈ ভাঙনি কৰি প্ৰকাশ কৰে। কটন কলেজত ভৰ্তি হোৱা সময়ৰপৰা তেওঁ সাহিত্যানুৰাগ বেছি হয়। বাঁহী, চেতনা, মিলন, আৱাহন, জয়ন্তী আৰু অসম সাহিত্য সভা পত্ৰিকাত কেইবাটিও প্ৰবন্ধ ওলায়। আলোচনীসমূহৰ ভিতৰত 'আৱাহন'তেই তেওঁৰ বেছিভাগ প্ৰবন্ধ প্ৰকাশ পাইছে। লেখাৰুৰ প্ৰকাশিত প্ৰবন্ধৰ ভিতৰত 'আনন্দৰাম লাইব্ৰেৰী', 'পুৰণি পুথি সংগ্ৰহ', 'বুৰঞ্জী বিবেক ৰত্ন', 'অসমীয়া প্ৰাক বৈষ্ণৱ যুগৰ বিষ্ণু আৰু বৈষ্ণৱ', 'মাধৱ কন্দলি ৰামায়ণ', 'অসমীয়া অশ্বমেধ পৰ্ব', 'শ্ৰীকৃষ্ণ প্ৰয়াণম নাম নাটকম', 'অসমীয়া মহাভাৰত' প্ৰভৃতি উল্লেখযোগ্য। লেখাৰুৱে বঙলা ভাষা ভালকৈ কব আৰু লিখিব পাৰিছিল। তাৰে নিদৰ্শন হ'ল শ্ৰীগোবৰ্ধন দাস বাবাজীৰ 'ব্ৰজধাম ও বৈষ্ণৱগণ' গ্ৰন্থত সন্নিবিষ্ট 'মহাপুৰুষ শ্ৰীশংকৰদেৱেৰ জীবনী, ধৰ্ম ও সাহিত্য' শীৰ্ষক তেওঁৰ প্ৰবন্ধটি। ইংৰাজী ভাষাৰ মাধ্যমতো অধ্যাপক লেখাৰুৱে কেইটিমান ভাল প্ৰবন্ধ লিখিছে। ১৯৫৫ চনত অন্নমালাইত অনুষ্ঠিত নিখিল ভাৰত প্ৰাচ্য বিদ্যা সন্মিলনত পাঠ কৰা তেওঁৰ 'Assamese Versions of the Ramayana' শীৰ্ষক গৱেষণামূলক প্ৰবন্ধটিয়ে বহুকেইজন পণ্ডিতৰ দৃষ্টি আকৰ্ষণ কৰিছিল। ড বাণীকান্ত কাকতীৰ দ্বাৰা সম্পাদিত 'Aspects of Early Assamese Literature' (১৯৫৩) গ্ৰন্থত লেখাৰুৰ 'Assamese Versions of the Ramayana' আৰু 'Assamese Versions of the Mahabharata' শীৰ্ষক দুটি প্ৰবন্ধ

সন্নিবিষ্ট কৰা হৈছে। বৃন্দাবনৰ তিনিমহীয়া ইংৰাজী পত্ৰিকা 'The Philosophy and Culture'ত প্ৰকাশিত লেখাৰুৰ 'Religion in Assam Throughout the Ages', 'Concept of Jiva according to Sri Sankardeva', 'Reminiscences of the Life of Sri Sankardeva' শীৰ্ষক প্ৰবন্ধই অনা-অসমীয়া পণ্ডিত সমাজক অসম সম্পৰ্কে জানিবলৈ আগ্ৰহান্বিত কৰিব পাৰিছে। প্ৰবন্ধ-আলোচনীসমূহত বাহিৰেও লেখাৰুৰ স্বৰচিত, 'অনূদিত আৰু সম্পাদিত পুথি কেবাখনিও আছে।

উপেন্দ্ৰচন্দ্ৰ লেখাৰু অসমৰ এখন প্ৰসিদ্ধ ঠাইত জন্মিছিল, সীমিত গণ্ডীত ভাল সংগঠন কৰিব পাৰিছিল, অনুষ্ঠানৰ চাৰিবেৰৰ ভিতৰত এজন আদৰ্শ শিক্ষক আছিল, এজন নীৰৱ সাহিত্য সেৱী আছিল আৰু সান্নিধ্য লাভ কৰা মানুহৰ দৃষ্টিত তেওঁ এজন অনাড়ম্বৰ সাধুলোক আছিল। পিছে এই সমস্ত তথ্য এজন ব্যক্তিৰ বাহ্যিক পৰিচয়ৰ উপাদান মাত্ৰ। তেওঁৰ মনৰ পৰিচয় পোৱা যায় তেওঁৰ কৰ্মত, কৰ্মৰ পৰিণতিত আৰু আদৰ্শত। আমাৰ বৰ্তমান সামাজিক দৃষ্টিত উপেন লেখাৰু এজন অৱস্থানশূন্য মান্য লোক। নৈতিক বল আৰু ধৰ্মীয় চিন্তাৰে যিসকল লোকৰ মন পুৰিপুষ্ট সেই-সকল লোকৰেই এজন হ'ল স্বল্পভাষী লেখাৰু। 'কৰ্মণ্যেৱাধিকাৰস্তে মা ফলেষু কদাচন' যাৰ আদৰ্শ সেইজন স্বাভাৱিকতেই যশ-মান, ধন-ধান, গৌৰৱ, পদ-খিতাপ আদিৰ প্ৰতি নিস্পৃহ। যিজনৰ মন ত্যাগ-উদাৰতা, শান্তি সমতা আৰু প্ৰেম-কৰুণাৰে বিধৌত সেইজনেই মানৱ সমাজৰ প্ৰকৃত হিতৈষী পুৰুষ। তেনে অৰ্থত উপেন লেখাৰু এজন সৎ পুৰুষ আছিল। অসমীয়া সমাজত এনেকুৱা সৎ পুৰুষ নথকা নহয়—আছিল, আৰু আছে; কিন্তু সংখ্যাত অতি নগন্য।

কৈশোৰৰপৰা যৌৱন কাললৈ মন্দিৰ-দেৱালয় পৰিবেষ্টিত ৰুদ্ৰেশ্বৰ গাৱঁত থকা লেখাৰুৰ ওপৰত ধৰ্মৰ প্ৰভাৱ স্বাভাৱিকতেই পৰিছিল। তদুপৰি পৰিয়ালৰ গোসাঁই ঘৰত পুৱা-গধূলি নিতৌ

কৰা ভাগৱত পাঠেও এই ক্ষেত্ৰত প্ৰভাৱ পেলাইছিল। আনহাতে পিতৃ মাতৃৰ নৈতিক আদৰ্শই তেওঁৰ অন্তৰত নিভৃতে ক্ৰিয়া কৰিছিল; লগে লগে গিৰি-বন, নদী-নলা বেষ্টিত উত্তৰ গুৱাহাটীৰ সেউজীয়া প্ৰকৃতিয়ে তেওঁৰ অন্তৰত কোমলতা আনি দিছিল। এইবোৰ গুণৰ সামগ্ৰিক প্ৰভাৱ তেওঁৰ গোটেই জীৱনত বিভিন্ন কৰ্মৰ মাজেদি প্ৰতি-ফলিত হোৱা দেখা যায়। উদাহৰণস্বৰূপে কটন কলেজত বি এ. পঢ়ি থাকোঁতে ১৯২৪-২৫ চনৰ কটন কলেজ ছাত্ৰ একতা সভাৰ অন্তৰ্গত 'হিন্দু ছাত্ৰৰ নৈতিক আৰু ধৰ্মীয় সমিতি'ৰ ( Hindu Students' Moral and Religious Society ) তেওঁ সম্পাদক হিচাপে নিৰ্বাচিত হৈছিল। সেই যুগত ছাত্ৰৰ যোগ্যতা আৰু স্পৃহা অনুসৰিহে কোনো সমিতিৰ সম্পাদক হব পাৰিছিল। উক্ত সমিতিৰ বৈঠক সম্পৰ্কত লেখাৰুৱে শাস্ত্ৰজ্ঞ অধ্যাপক আশুতোষ চেটাৰ্জী অধ্যাপক লক্ষ্মীনাৰায়ন চেটাৰ্জী, অধ্যাপক শ্ৰীনাথ চক্ৰৱৰ্তী প্ৰভৃতিৰ সান্নিধ্যলৈ আহিছিল। লেখাৰুৰ সম্পাদকত্বত ৯খন বৈঠকত ক্ৰমে 'হিন্দু-ধৰ্ম', ঈশ্বৰৰ ৰূপ কল্পনা' ( The foım of God ). 'তত্ত্বানুসন্ধান' (Ihe Search), 'চতুৰ্ভদ্ৰ', 'স্বৰাজ্য সিদ্ধি' (The realisation of the self ), 'প্ৰণামতত্ত্ব', কাব্যৰ যোগেদি কিদৰে নৈতিক আৰু ধৰ্মীয় শিক্ষা দিয়া হয়' (How the moral and religious teachıng are imparted through the Kavyas) 'কৰ্তাৰ স্বাতন্ত্ৰ্য' ( The Independence of the Soul) আৰু 'প্ৰাৰ্থনা', শীৰ্ষক বিষয়কেইটি আলোচিত হৈছিল। দেখা-দেখিকৈয়ে এইবোৰ বিষয়ৰ আলোচনাই শ্ৰোতামণ্ডলীক কিছু পৰিমাণে হলেও ঈশ্বৰ ভাবাপন্ন কৰি তুলিছিল। সম্পাদক লেখাৰু ইয়াৰপৰা বাদ পৰা নাছিল। তাতে আকৌ তেওঁ লোৱা অনাৰ্চ বিষয়টোৱেই আছিল 'দৰ্শন'; ই তেওঁৰ কৰ্মময় জীৱনটোত প্ৰভাৱ নেপেলোৱাকৈ থকা নাছিল।

লেখাৰুৰ নৈতিক আৰু ধৰ্মপৰায়ণ মনটোৰ বিষয়ে তেওঁৰ ৰচিত আৰু সম্পাদিত গ্ৰন্থৰাজিৰ পৰাও জানিব পাৰি। 'অসমীয়া

ৰামায়ণ সাহিত্য'ত সাহিত্যৰ অন্যান্য দিশ আলোচনা কৰাৰ বাহিৰেও তেওঁ সত্য ধৰ্মৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছে। 'অসমীয়া সাহিত্যসেৱক ৺ৰজনীকান্ত বৰদলৈ' গ্ৰন্থত ঔপন্যাসিকজনৰ সাতখন উপন্যাসৰ চমু আভাস দি সামৰণি অধ্যায়ত ঘাই চৰিত্ৰ কেইটামানৰ নৈতিক বল সম্বন্ধে গুৰুত্ব সহকাৰে ফঁহিয়াই দেখুৱাইছে। 'আদৰ্শ ৰচনাৱলী'খনত বিভিন্ন বিষয়ৰ ৰচনা অন্তৰ্ভুক্ত কৰিলেও বেছিভাগ ৰচনাৰ মাজেৰে তেওঁ বিদ্যাৰ্থীক নৈতিক আৰু আধ্যাত্মিক শিক্ষা দিয়াৰ চেষ্টা কৰিছে। 'শ্ৰীশ্ৰীৰামকৃষ্ণ উপদেশ', 'ধৰ্মপদ', 'ভক্তি বিবেক' আৰু 'কথা-গুৰু চৰিত' পুথিৰ অনুবাদ বা সম্পাদনা কাৰ্যৰ অন্তৰালত লেখাৰুৰ আধ্যাত্মিক মনটো পৰিস্ফুট হৈছে। সাতাৰ দুখৰ কাহিনীয়ে বিশ্বৰ হেজাৰ-বিজাৰ পঢ়ুৱৈৰ লগতে লেখাৰুকো যিদৰে শোকত ম্ৰিয়মান কৰি পেলাইছিল, তেনেদৰে 'এ'নক আৰ্ডেন'ৰ করুণ কাহিনীয়েও সবল হৃদয়া লেখাৰুক শোকত অভিভূত কৰি তুলিছিল। বিশেষকৈ তেওঁ বি. এ. পাঢ় থকা সময়তে কটন কলেজৰ এখন আলোচনা চক্ৰত অধ্যাপক আশুতোষ চেটাৰ্জীয়ে বৰ আৱেগিক ভাষাৰে 'এ'নক আৰ্ডেন'ৰ বিষয়ে দিয়া বক্তৃতা শুনি অন্যান্য শ্ৰোতাবৰ্গৰ সৈতে লেখাৰুৱে চকুপানী টুকিছিল। সেই দিনাখনেই তেওঁ 'এ'নক আৰ্ডেন'ৰ কাহিনীটো অসমীয়াত লিখিবলৈ সংকল্প কৰিছিল। অকল লিখনিৰ মাজতেই যে লেখাৰুৰ ধৰ্মপ্ৰাণ আৰু সবল মনটো প্ৰতি ফলিত হৈছিল তেনে নহয়, ঘৰুৱা আৰু সামাজিক জীৱনতো তেওঁৰ সেই বৈশিষ্ট্য প্ৰকাশ পাইছিল। বৰ আচৰিত কথা যে কাৰো লগত কেতিয়াও তেওঁৰ দাঁতে ওঁঠে লগা নাছিল।

গহীন গম্ভীৰ আৰু মৃদুভাষী লেখাৰুৰ বিশ্লেষণী ক্ষমতাও কম নাছিল। এই পাণ্ডিত্য-সুলভ গুণটি তেওঁ আহৰণ কৰিছিল সন্তৰ শিক্ষা-গুৰুসকলৰপৰা। অৰণ্যে বুৰঞ্জীবিদ্ কনকলাল বৰুৱা আৰু প্ৰত্নতাত্ত্বিক সোণাৰাম চৌধুৰীৰ সান্নিধ্যয়ো তেওঁৰ তত্ত্ব আৰু তথ্যানুসন্ধিৎসা বঢ়াইছিল। শিক্ষাগুৰু অধ্যাপক আৰ. আৰ. থমাছ, অধ্যাপক

আশুতোষ চেটাৰ্জী, অধ্যাপক বাণীকান্ত কাকতীৰপৰা তেওঁ পাইছিল তত্ত্ব-জিজ্ঞাসাৰ সূক্ষ্ম জ্ঞান; অধ্যাপক সূৰ্যকুমাৰ ভূঞা, অধ্যাপক ভুৱন-মোহন সেন, অধ্যাপক হৰ্ষনাথ সেনৰপৰা লাভ কৰিছিল তথ্য বিচাৰৰ আদৰ্শ আৰু অধ্যাপক আৰ. চি. গফিন, অধ্যাপক প্ৰফুল্লচন্দ্ৰ ৰয় প্ৰভৃতিৰপৰা পাইছিল কাব্যিক সৌন্দৰ্য বিশ্লেষণী দৃষ্টি। তেওঁৰ মৌলিক ৰচনা আৰু সম্পাদনা-কাৰ্যৰ কৃতিত্ব এইবোৰ সামগ্ৰিক প্ৰভাৱৰেই ফলশ্ৰুতি মাথোন।

বৃন্দাবনত থকা কালছোৱাত পাণ্ডিত্য আৰু চৰিত্ৰ-গুণৰ কাৰণেই লেখাৰুক তাৰ মানুহে 'অসমৰ মহাত্মা' বুলি অভিজ্ঞান কৰিছিল। ভাৰতৰ বিভিন্ন ঠাইৰপৰা প্ৰাচ্য দৰ্শনৰ গৱেষণা কেন্দ্ৰটিলৈ তত্ত্ব-ব্যাখ্যা শুনি মুগ্ধ হৈছিল। অধ্যাপক লেখাৰুৱে বৃন্দাবন তথা ভাৰতত অসমৰ প্ৰাচীন সাহিত্য আৰু শংকৰী কলা-কৃষ্টিৰ ঐতিহ্যময় গৌৰৱ আৰু মাতৃভূমিৰ উচ্চমান বিশিষ্ট ভাবমূৰ্তি দাঙি ধৰিবলৈ সক্ষম হৈছিল। এইবোৰ গুণৰ কাৰণেই অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু অসমবাসীৰ মনত চিৰদিন আদৰণীয় আৰু বৰণীয় হৈ থাকিব।

---

# উপেন্দ্ৰচন্দ্ৰ লেখাৰু মানুহজন

শ্ৰীদুৰ্গেশ্বৰ শৰ্মা

উচ্চ মাধ্যমিক বিদ্যালয়ৰ নিম্ন শ্ৰেণীত পঢ়ি থাকোঁতে আমি লেখাৰুদেৱৰ নাম শুনিছিলোঁ। নাম শুনাৰ ভালেমান বছৰ পিছতহে তেওঁক দেখাৰ সৌভাগ্য হৈছিল এটি বিশেষ উপলক্ষ্যত। ১৯৪৪ চনৰ জুলাই মাহৰ কোনোবা এটা দিনত উত্তৰ গুৱাহাটী আউনীআটী কমলদেৱ উচ্চ মাধ্যমিক বিদ্যালয়ত মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱৰ তিৰোধান তিথি উদ্‌যাপন কৰা উপলক্ষ্যে এখনি সভা অনুষ্ঠিত হৈছিল আৰু সেই সভালৈ শ্ৰদ্ধেয় লেখাৰুদেৱ আহিছিল সভাপতি হিচাপে। যথাসময়ত লেখাৰুৱে গুৱাহাটীৰপৰা জাহাজেৰে আহি মাজগাওঁ জাহাজ ঘাটত নামিছিলহি। জুলাই মাহৰ প্ৰখৰ ৰ'দকো আওকাণ কৰি আমি প্ৰায় এশমান ছাত্ৰই তেওঁক জাহাজ ঘাটৰপৰা গায়ন-বায়নেৰে সমদল কৰি বিদ্যালয়লৈ আগবঢ়াই অনাৰ কাৰণে জাহাজ ঘাটত উপস্থিত হৈছিলোঁগৈ।

আমাৰ বিদ্যালয়ৰ প্ৰাক্তন শিক্ষক এগৰাকীক তেনেদৰে শোভা-যাত্ৰা কৰি আগবঢ়াই আনিবলৈ যোৱাত ছাত্ৰসকলৰ মনত অপাৰ আনন্দ লাগিছিল। জাহাজৰপৰা নামি কণ কণ ছাত্ৰসকলক দেখি তেওঁ অতি বিনয়ীভাৱে কৈছিল, "এই ৰ'দত তোমালোক কিয় আহিলা ? বৰ কষ্ট পাবা ! মই এই ঠাইৰে মানুহ। বাট-ঘাট সকলো চিনি পাওঁ। তোমালোকৰ ইমান মৰম-চেনেহৰ ধাৰ মই কেনেকৈ শুজিম ?" আমি লক্ষ্য কৰিছিলোঁ কথাখিনি কোৱাৰ লগে

লগে লেখাৰুদেৱৰ চকুৰ কোণকেইটি সেমেকি পৰিছিল। তাৰ পাছত তেওঁ আমাৰ ছাত্ৰ সন্থাৰ সম্পাদকৰ সৈতে প্ৰত্যেকজন ল'ৰাৰ ওচৰলৈ গৈ কোনজন ল'ৰা কোন শ্ৰেণীত পঢ়ে, কোনটো অঞ্চলৰ, কাৰ ল'ৰা, সস্নেহ খা-খবৰ কৰিছিল। তেওঁৰ ব্যক্তিগত ব্যৱহাৰত আমি বৰ আনন্দ লাভ কৰিছিলোঁ। সেইদিনা লেখাৰুদেৱক লগত লৈ আমি যিটো বাটেৰে বিদ্যালয় অভিমুখে গৈছিলোঁ, সেই বাটৰ কাষৰ ঘৰৰপৰা বুঢ়া-বেথা সকলো লোক বাটলৈ ওলাই আহি হাত যোৰকৈ আৰু আয়তীসকলে উৰুলি দি লেখাৰুদেৱক অভিনন্দন জ্ঞাপন কৰিছিল। সেইদিনাৰপৰা আজি পৰ্যন্ত এই সাতত্ৰিশ বছৰৰ ভিতৰত কোনো শিক্ষাবিদে উক্ত বাটত কিয় উত্তৰ গুৱাহাটীৰ কোনো ৰাজহুৱা সভা-সমিতিত ৰাইজৰপৰা ইমান স্নেহ-শ্ৰদ্ধা অভিনন্দন পোৱা দেখা নাই। ইয়াৰ ঘাই কাৰণ লেখাৰু আছিল ৰাইজৰ মানুহ। পোছাকে-পৰিচ্ছদে, কথাই-বতৰাই, চলনে ফুৰণে তেওঁ ৰাইজৰে ভিতৰৰে এজন বুলি গণ্য কৰিছিল। মুখত এটা আৰু পেটত এটা ভাব লৈ চলা বিধৰ লোক তেওঁ নাছিল। তেওঁ কাৰ্যত আৰু চিন্তাত বিনয় আৰু সৰলতাৰ ওপৰতে গুৰুত্ব দিছিল। সৰ্বপ্ৰকাৰ ভণ্ডামিৰপৰা আঁতৰি থকাই আছিল তেওঁৰ জীৱনৰ ধৰ্ম।

প্ৰকৃত সাধক আৰু জ্ঞানীৰ প্ৰতি তেওঁৰ বিপুল শ্ৰদ্ধা আছিল। প্ৰসংগক্ৰমে উল্লেখ কৰাটো সমীচীন হব যে তেওঁ ১৯৩০ চনৰপৰা ১৯৩৬ চনমানলৈ উত্তৰ গুৱাহাটীৰ আউনীআটী কমলদেৱ উচ্চ মাধ্য মিক বিদ্যালয়ত শিক্ষকতা কৰিছিল। এই সময়তে তেওঁ বিশ্ব-বিশ্ৰুত পণ্ডিত আনন্দৰাম বৰুৱাৰ স্মৃতি ৰক্ষাৰ্থে গভীৰভাৱে চিন্তা কৰি আনন্দৰাম বৰুৱাৰ গ্ৰন্থসমূহ সংগ্ৰহ, সংৰক্ষণ আৰু প্ৰয়োজনীয় ক্ষেত্ৰত পুনৰ্মুদ্ৰণৰ ব্যৱস্থা কৰিবলৈ 'আনন্দ-সমিতি' গঠন কৰিছিল। সমিতিয়ে বৰুৱাদেৱৰ গ্ৰন্থসমূহ সংগ্ৰহ আৰু সংৰক্ষণ কৰাৰ উপৰিও ১৯৩১ চনত "আনন্দৰাম বৰুৱা পুথিভঁৰাল" প্ৰতিষ্ঠা কৰিছিল। ১৯৩৩ চনত সেই পুথিভঁৰালৰ ছপা গ্ৰন্থৰ সংখ্যা আছিল ২৮০০খন আৰু

সাঁচিপতীয়া পুথিৰ সংখ্যা আছিল ৭০০খন। কিন্তু ১৯৪৫ চনৰ প্ৰচণ্ড ধুমুহাত আনন্দৰাম বৰুৱা পুথিভঁৰালৰ ঘৰ সম্পূৰ্ণৰূপে ধ্বংস হৈছিল আৰু বহুমূলীয়া গ্ৰন্থসমূহো নষ্ট হৈছিল। আনন্দৰাম পুথি-ভঁৰালৰ এই দুৰৱস্থা দেখি তেওঁ সৰু ল'ৰাৰ দৰে উচুপি উচুপি কান্দিছিল আৰু উত্তৰ গুৱাহাটীৰ বিশিষ্ট ব্যক্তিসকলৰ ঘৰে ঘৰে গৈ পুথিভঁৰালটি পুনৰ প্ৰতিষ্ঠাৰ কাৰণে অনুৰোধ জনাইছিল। অৱশেষত ৰাইজৰ যত্নত আনন্দৰাম পুথিভঁৰালৰ গৃহ পুনৰ নিৰ্মাণ হৈছিল। ১৯৫৮ চনত আমি পুথিভঁৰালৰ সম্পাদক থাকোঁতে পুথিভঁৰালৰদ্বাৰা অনুষ্ঠিত এখনি সভাত বিশিষ্ট অতিথিৰূপে ভাষণ দিবলৈ আহোঁতে পুথিভঁৰালৰ নতুন ঘৰ আৰু পুথিৰ সংগ্ৰহ দেখি আনন্দ প্ৰকাশ কৰাৰ লগতে উত্তৰ গুৱাহাটীয়া ৰাইজৰ উদ্যোগৰ ভূয়সী প্ৰশংসা কৰিছিল। তেওঁ জীৱিত থাকোঁতে উত্তৰ গুৱাহাটীৰ বজাৰৰ প্ৰায় দুই লাখ টকাৰ 'আনন্দ ভৱন' নিৰ্মাণ হোৱা কাৰ্যতো তেওঁ বৰ আনন্দ প্ৰকাশ কৰিছিল। তেওঁ এবাৰ আনন্দ ভৱনত পদাৰ্পণ কৰি কৈছিল, "আনন্দ ভৱন নিৰ্মাণ কৰোঁতে অসম চৰকাৰ আৰু অসমৰ ৰাইজে যি বৃহৎ পৰিমাণৰ টকা খৰচ কৰিছে প্ৰকৃত অৰ্থত সি খৰচ নহয়, ভৱিষ্যতৰ কাৰণে সঞ্চয়হে মাথোন। ইয়াৰদ্বাৰা উত্তৰ পুৰুষসকল অনুপ্ৰাণিত আৰু উপকৃত হলে সেয়ে দেশ আৰু জাতিৰ কাৰণে পৰম গৌৰৱ আৰু মৰ্যদা বহন কৰিব।"

এটা কথা মন কৰিবলগীয়া তেওঁ নভবা-নিচিন্তাকৈ কোনো কামৰ লগত জড়িত হৈ নপৰিছিল। এবাৰ জড়িত হৈ পৰিলে তেওঁ সেই কামৰ প্ৰতি কোনো দিনে পিঠি দিয়াৰ কথা চিন্তা কৰা নাছিল। এবাৰ তেওঁ কৈছিল, "বেছি কাম হাতত লব নালাগে। চমু জীৱন কালত বেছি কাম কৰা সম্ভৱ নহয়। এটা বা দুটা কাম হাতত লব লাগে আৰু তাকে একনিষ্ঠভাৱে পৰিপাটিকৈ কৰাৰ যত্ন কৰিব লাগে। তাৰ দ্বাৰাই সমাজ লাভবান হব।"

ল'ৰাকালৰেপৰাই সাধু-সন্ন্যাসীৰ জীৱনৰ প্ৰতি তেওঁৰ বিশেষ

ধৰণৰ আকৰ্ষণ আছিল আৰু তেওঁৰ এই প্ৰকৃতি লক্ষ্য কৰি— ল'ৰাটি সন্ন্যাসী হৈ যায়—এই ভয়ত এটা সময়ত তেওঁৰ পিতৃ নন্দৰাম লেখাৰু মহা চিন্তাত পৰিছিল। কিন্তু লেখাৰুদেৱে যেতিয়া সকলোবোৰ পৰীক্ষা সুখ্যাতিৰে পাছ কৰি শিক্ষকতাকে জীৱনৰ বৃত্তি হিচাপে গ্ৰহণ কৰিলে তেতিয়া তেওঁৰ পিতৃৰ মনৰ এনে শংকা নোহোৱা হ'ল।

মন কৰিবলগীয়া কথা ব্ৰিটিছৰ ৰাজত্ব কালৰ কলেজ-শিক্ষকৰ লাহ বিলাহৰ জীৱন যাপন নকৰি তেওঁ ভাৰতীয় প্ৰাচীন ঋষি-মুনিৰ দৰে জীৱন যাপন কৰিছিল। সেই কাৰণে তেওঁৰ সান্নিধ্যলৈ অহা সজ আৰু ধৰ্মপ্ৰাণ ব্যক্তিসকলে লেখাৰুদেৱক এজন প্ৰকৃত ঋষিতুল্য মানুহ বুলি শ্ৰদ্ধা কৰিছিল।

এবাৰ লেখাৰু ডাঙৰীয়া আমাৰ উত্তৰ গুৱাহাটীৰ ঘৰত পদাৰ্পণ কৰোঁতে ইটো-সিটো কথাৰ পিছত তেওঁক সুধিছিলোঁ—

"চাৰ আপুনি ওকালতি কৰিছিল নহয়?"

"অ কৰিছিলোঁ।"

"কিয় এৰিলে?"

"ওকালতি কৰিবলৈ মানুহজনৰ কেতবোৰ বিশেষ বিশেষ গুণ লাগে। উপলব্ধি কৰিলোঁ মোৰ সেইবোৰ গুণৰ অভাৱ আৰু সেই গুণবোৰ জীৱনত মই কোনো দিনে আয়ত্ত কৰিব নোৱাৰিম। সেই কাৰণে এৰিলোঁ।"

"সেই বিশেষ গুণবোৰ কি কি চাৰ?"

'বাৰু থাকক দিয়া। আটাইবোৰ গুণৰ কথা কোৱা সম্ভৱপৰ নহব। বিশেষতঃ কথা সত্য নহবও পাৰে। মক্কেলৰ আৰ্থিক আৰু মানসিক তুৰৱস্থা দেখিও ওকালতি ব্যৱসায় এৰিবলৈ মই বাধ্য হৈছিলোঁ।"

আমাৰ আলোচনাৰ সিমানতে অন্ত পৰিল। মই উপলব্ধি কৰিলোঁ কোনো ব্যক্তি বা বৃত্তিৰ বিৰুদ্ধে কোৱাটো তেওঁৰ কাৰণে নীতি বিৰুদ্ধ কথা। তেওঁ প্ৰায়ে কৈছিল মানুহৰ বিৰুদ্ধে কোৱাটো

পাপ। মানুহ ভুল বাটে প'লে তেওঁক শুদ্ধ বা সৎ পথেৰে আনিবলৈ চেষ্টা কৰিব লাগে। এয়ে মানুহে মানুহৰ প্ৰতি কৰিব পৰা পৱিত্ৰ কৰ্তব্য।

তেওঁ এগৰাকী মানৱ দৰদী পুৰুষ আছিল। মানুহৰ ভাল দেখিলে তেওঁ সুখ পাইছিল আৰু মানুহৰ দুখত দুখ পাইছিল। মানুহৰ ওপৰত তেওঁৰ আস্থা আছিল। উল্লেখ থাকে যে তেওঁ কেইবছৰমানৰ বাবে গুৱাহাটী জজ কৰ্টৰ জুৰীৰ সভ্য আছিল। এবাৰ জজে মৃত্যুদণ্ডৰ হুকুম দিয়া এজন মানুহৰ গোচৰৰ এটা ৰায় জুৰীৰ সভ্যসকলৰ বিচাৰৰ বাবে পঠিওৱা হ'ল। জুৰীৰ সভ্যসকলৰ চাৰিজনে জজৰ হুকুম বাহাল ৰখাৰ সপক্ষে মত প্ৰকাশ কৰিলে আৰু অকল লেখাৰুদেৱে অভিযোগ-নামা আৰু হুকুমৰ কাকত-পত্ৰ চাই মানুহজনক মৃত্যুদণ্ডৰপৰা ৰেহাই দিবলৈ অভিমত দিলে আৰু সেই বছৰৰপৰা জুৰীৰ সভ্য পদ তেওঁ ইস্তফা দিলে। ইয়াৰ পিছত প্ৰসংগক্ৰমে তেওঁ কৈছিল "মানুহৰ দোষ বিচাৰ কৰোঁতে কি পৰিস্থিতিৰ কবলত পৰি মানুহজনে সেই দোষ কৰিছে, সেই কথা বিচাৰ কৰিহে মানুহজনক দণ্ড দিব লাগে। মানুহ যিমানেই দোষী নহওক কিয় তেওঁক কেতিয়াও মৃত্যুদণ্ড দিব নালাগে। মানুহ মৰাৰ অধিকাৰ মানুহৰ নাই বা ৰাষ্ট্ৰৰ থাকিব নোৱাৰে। দোষীক আন প্ৰকাৰে শাস্তি দিব লাগে। দোষীক কাৰাৰুদ্ধ কৰি তেওঁৰ শ্ৰম ৰাইজৰ হিতাৰ্থে লগাব লাগে। ব্যক্তিগত ঘৰ-সংসাৰ আৰু সততে চলন-ফুৰণ কৰা সমাজখনৰপৰা বিচ্ছিন্ন হৈ কাৰাগাৰৰ জীৱন যাপন কৰিবলগীয়া হোৱা ব্যৱস্থাও কম মানসিক ক্লেশৰ কথা বুলি গণ্য হব নোৱাৰে। দোষীক মৃত্যুদণ্ড দিলে দোষীজনৰহে মৃত্যু হ'ল কিন্তু দোষটো সোচৰা ব্যাধিৰ দৰে সমাজত থাকি গ'ল। গতিকে আমাৰ শাস্তি ব্যৱস্থাৰো কিছু পৰিবৰ্তন হোৱা যুগুত।"

তেওঁৰ এই উদাৰ দৃষ্টিভংগী ব্যক্তিগত কাৰ্য আৰু বিচাৰ ধাৰাৰ মাজেৰেও প্ৰতিফলিত হৈছিল। কলেজৰ ক্লাছ লোৱাৰ ক্ষেত্ৰতে হওক কিম্বা পৰীক্ষাৰ প্ৰশ্ন কাকত চোৱাৰ ক্ষেত্ৰতে হওক তেওঁ

উদাৰ আৰু সহানুভূতিশীল মনোভাৱ গ্ৰহণ কৰিছিল। শ্ৰেণীত বক্তৃতা দি থাকোঁতে কোনো ছাত্ৰই হাই-উৰুমি ক্ৰিলে তেওঁ ছাত্ৰ-জনক ভুল বাট এৰি শুদ্ধ পথলৈ আহিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। সংশ্লিষ্ট ছাত্ৰজনেও তেওঁৰ সাধু ব্যৱহাৰ আৰু সাত্বিক জীৱনৰ সম্ভেদ পোৱাৰ পিছত নিজৰ কাৰ্যৰ বাবে লেখাৰুদেৱৰ ওচৰত ক্ষমা-ভিক্ষা কৰিছিল। কোনো ছাত্ৰৰ উপস্থিতিৰ সংখ্যা কম হলেও তেওঁ পৰীক্ষাৰ কাৰণে প্ৰয়োজনীয় উপস্থিতিৰ সংখ্যা বিনা বাক্যব্যয়ে দি দিছিল। এই ক্ষেত্ৰত তেওঁৰ বক্তব্য হ'ল - "ছাত্ৰই পঢ়িব লাগে। পৰীক্ষা পাছ কৰিব লাগে। উপস্থিতিৰ সংখ্যা হ'ল এটা উপকৰা ব্যৱস্থা। এই ব্যৱস্থা প্ৰায়ে শাস্তিমূলক পৰিস্থিতি অধ্যয়ন নকৰাকৈ ছাত্ৰক কেতিয়াও শাস্তি বিধান কৰিব নালাগে।" লগৰ প্ৰায়ভাগ অধ্যাপকে তেওঁৰ এই সিদ্ধান্ত গ্ৰহণ কৰিবলৈ টান পাইছিল।

গুৱাহাটীৰ হেপিভীলাৰ বাহিৰেও আন এটা অঞ্চলত তেওঁৰ এটি ভাৰাঘৰ আছিল। বৃন্দাবনত থাকোঁতে সেই ঘৰটি তেওঁ এজন মানুহক ভাৰালৈ দিছিল। কিন্তু ভাৰাৰ বাবদ পাব লগা টকা তেওঁ কোনো দিনে সম্পূৰ্ণকৈ পোৱা নাছিল। তেওঁৰ বন্ধু-বান্ধৱে ভাৰা আদায়ৰ ব্যৱস্থা গ্ৰহণৰ কথা কলে তেওঁ কৈছিল, "মানুহজনৰ বোলে পইচা নাই আৰুনো কি ব্যৱস্থা কৰিব ? পইচা থাকিলেনো নিদিয়াকৈ থাকেনে ? বেচেৰা বৰ অভাৱত পৰিছে, মিছাকৈ তাগিদা দি লাভ নাই।" তাৰ কিছুদিন পিছত তেওঁ সেই ঘৰ আৰু মাটি কম মূল্যতে বিক্ৰী কৰি দিলে। বৃন্দাবনৰ চাকৰিৰপৰা অৱসৰ গ্ৰহণৰ পিছত তেওঁ আৰ্থিকভাৱে বৰ অনাটনত পৰিছিল। এনে অৱস্থাত ঘৰটো কিয় বিক্ৰী কৰিলে বুলি তেওঁৰ শুভাকাংক্ষীসকলে সুধিলে, তেওঁ কৈছিল, "জীৱনটোৱে অস্থায়ী, ঘৰ এটা স্থায়ীভাৱে পাবলৈ যত্ন কৰাটো হাস্যকৰ। ঈশ্বৰে ইমান দিনে চলাই-ফুৰাই ৰাখিছে, এতিয়াও নিশ্চয় তেওঁ ৰাখিব। নগৰত কেতবোৰ মানুহৰ থাকিবলৈ ঘৰ নাই। মোৰ এটা ঘৰ থাকোঁতে আন এটাৰে ধন ঘটাৰ মাধ্যম হিচাপে

লোৱাটো ভাল কথা নহয়। সেয়ে ঘৰটো বিক্ৰী কৰিলোঁ, অন্ততঃ এজন মানুহ উপকৃত হ'ব। লোকৰ উপকাৰ কৰিব পৰাটো ডাঙৰ পুণ্যৰ কাম।" এইজনেই আছিল লেখাৰু আৰু এইটোৱেই আছিল তেওঁৰ মন।

লেখাৰুদেউ এটা বিকাৰ শূন্য মনৰ অধিকাৰী আছিল। সকলো লোকৰে ভাল ফলটোতহে তেওঁৰ চকু পৰিছিল। এবাৰৰ কথা। উত্তৰ গুৱাহাটীৰ ঘৰত থাকোঁতে তেওঁ এদিন এটা গৰম চুৰেটাৰ ৰ'দত মেলি দিছিল। এনেতে এজন ভিক্ষাৰী তেওঁলোকৰ ঘৰলৈ ভিক্ষা খুজিবলৈ আহিছিল। ভিক্ষা লোৱাৰ পিছত বাহিৰত কোনো মানুহ নেদেখি ভিক্ষাৰীজনে চুৰেটাৰটো লিৰিকি-বিদাৰি চাবলৈ ধৰিলে। তাকে দেখি কিছুমান মানুহে চোৰ চোৰ বুলি চিঞৰাত ভিক্ষাৰীজন পলাই পত্ৰং দিলে। ডেকা ল'ৰা কেতবোৰে খেদি গৈ ভিক্ষাৰীজনক ধৰি আনি লেখাৰুৰ ওচৰত হাজিৰ কৰিলে আৰু মানুহজনক মাৰপিট কৰিবলৈ উদ্যত হ'ল আৰু চোৰজনক পুলিচত গটাই দিবলৈ লেখাৰুদেৱক অনুৰোধ জনালে। ঘটনাৰ গতি-গোত্ৰ দেখি লেখাৰুদেৱে তবধ মানিলে আৰু তেওঁ ল'ৰাহঁতক কলে, "চোৱা-হঁক চুৰেটাৰটো চোৱাৰ কাৰণে ভিক্ষাৰীজন চোৰ হ'ব নোৱাৰে। সি হয়তো মনতে ভবা-গুণা কৰিছিল ঘৰৰ গিৰিহঁতক ক'লে কিজানিবা এই চুৰেটাৰটো তাকে দান কৰিলেহেঁতেন। এনেতে তোমালোকে তাক চোৰ চোৰ বুলি চিঞৰাত সি বৰ ভয় খালে আৰু দৌৰি পলাবলৈ যত্ন কৰিলে। আসন্ন বিপদৰপৰা পলাই সাৰিবলৈ যত্ন কৰাৰ বাবে নাইবা চুৰেটাৰটো চোৱাৰ বাবে তাক চোৰ বুলি ধৰিব নালাগে। গতিকে তাক তোমালোকে মাৰপিট নকৰিবা আৰু পুলিচত গটাই দি এই অভাৱগ্ৰস্ত মানুহজনক আৰু বিপদত পেলাবলৈ যত্ন নকৰিবা। বৰং এই সাধাৰণ চুৰেটাৰটো তাক দান দিয়াহে যুগুত।" লেখাৰুদেৱৰ কথা শুনি ল'ৰাহতে ইটোৰ মুখলৈ সিটোৱে চাই সেমেনা-সেমেনি কৰিবলৈ ধৰিলে আৰু তাৰপৰা তেওঁলোক আঁতৰি গ'ল।

বৃন্দাবনৰপৰা অহাৰ পিছৰেপৰা লেখাৰু ভাওৰীয়া আৰ্থিকভাৱে অনাটনত পৰিছিল আৰু সেই কথা তেওঁ খোলাখুলিভাৱে সহৃদয় বন্ধু-বান্ধৱৰ আগত প্ৰকাশো কৰিছিল কিন্তু সেইবুলি ফটা কঠা বাটত ধুই নিজৰ অৱস্থা উদঙাই দেখুৱাবলৈও তেওঁৰ বৰ প্ৰস্তুত নাছিল। সকলো চিন্তা আৰু কাৰ্যৰ মাজত সদায় তেওঁ এটা ভাৰসাম্য ৰক্ষা কৰি চলাৰ পক্ষপাতী আছিল।

আনহাতে তেওঁ গোড়ামিক চকু পাৰি দেখিব নোৱাৰিছিল। তেওঁ উপলব্ধি কৰিছিল যে গোড়ামি হৈছে সামাজিক উন্নতিৰ হেঙাৰ। সেই হেঙাৰ দলিয়াই দি সমাজক নতুন বাটেৰে আগুৱাই নিয়া প্ৰকৃত দায়িত্বশীল লোকৰ কৰ্তব্য হোৱা উচিত। সমাজত প্ৰচলিত ভাষা বৈষম্য আদি ভাবক তেওঁ কেতিয়াও সমৰ্থন কৰা নাছিল। তেওঁৰ দৃষ্টিত জন্মৰ কাৰণে কোনো সৰু বৰ হব নোৱাৰে। কৰ্মইহে মানুহক সৰু বৰ কৰে। তেওঁ নিজে বৈষ্ণৱ ধৰ্মী হৈয়ো আন ধৰ্মৰ প্ৰতি শ্ৰদ্ধাশীল আছিল।

১৯৭৯ চনৰ ৩ জুন তাৰিখে পূণ্যাত্মা লেখাৰুদেৱৰ দেহান্তৰ ঘটে। মৃত্যুৰ কেইদিনমান আগতে কেইগৰাকীমান বিশিষ্ট লোকৰ লগত আমি তেওঁক সাক্ষাৎ কৰিবলৈ গৈছিলোঁ। তেওঁ বিচনাত শুই আছিল আৰু আমি অহাৰ সংবাদ পাই শোৱনী কোঠাৰপৰা ওলাই আহি ড্ৰইং ৰুমত বহি আমাৰ লগত কথা-বতৰা পাতিছিল। কথা প্ৰসংগত আমি দেশৰ পৰিস্থিতি আৰু অসমৰ ভৱিষ্যত সম্পৰ্কে তেওঁৰ মনোভাব জানিব বিচাৰিছিলোঁ। উত্তৰত তেওঁ কলে— "আপোনালোকে জানে মই যিহৰ কাৰণে একেবাৰে অনুপযুক্ত সেয়া হ'ল ৰাজনীতি। ৰাজনীতি কৰা লোকেহে এই প্ৰশ্নটোৰ সঠিক উত্তৰ দিব পাৰিব।" এইবুলি তেওঁ কনফুচিয়াছৰ এটি মহৎ বাণীৰ প্ৰতি আমাৰ দৃষ্টি আকৰ্ষণ কৰিছিল। সেই বাণীটোত লিখা আছিল "সৎলোক থাকিলে সুশাসন হবই। সৎলোক নোহোৱা হলে শাসন দূষিত হয় আৰু ক্ৰমে লোপ পায়। সাকুৱা মাটিত ঘাইঁ গজাৰু

দৰে সৎ মানুহৰ শাসনত সুশাসন ঠন ধৰি উঠে। সচাঁকৈ সুশাসন লহপহকৈ বাঢ়ি অহা গছপুলিক যেনেকৈ ভাল ৰক্ষণাবেক্ষণ লাগে সেইদৰে সুশাসনৰ গুৰিতো ভাল মানুহ লাগে। ভাল মানুহ হবলৈ নৈতিক বিধান মানি চলিব লাগিব। শাসকৰ ব্যক্তিগত নৈতিক চৰিত্ৰৰ ওপৰতহে সুশাসন নিৰ্ভৰ কৰে।"

আমি উপলব্ধি কৰিলোঁ দেশৰ দুৰৱস্থাৰ মূল কাৰণ নিশ্চয় শাসনৰ ক্ষেত্ৰত নৈতিক বিধানৰ অৱমাননা। শাসকে শাসিতৰ মনৰ কথা বুজিব লাগিব। দুৰ্ভাগ্যৰ কথা আমাৰ শাসকসকলে সেই কথা বুজিব নোখোজে। শাসিতৰ পৰা শাসকসকলে তেওঁলোকৰ জীৱন-ধাৰা পৃথক বুলি গণ্য কৰে। শাসকৰ এনে মনোভাবে গণতন্ত্ৰৰ বিকাশ আৰু বিস্তৃতি সাধনত সহায় নকৰে। গতিকে গণতন্ত্ৰৰ নামত ভেকো-ভাওনা চলিছে। ইয়াৰ ফলত সকলো লোকেই দুৰ্ভোগ ভুগিব লগীয়াত পৰিছে।

দেশৰ দুৰৱস্থাৰ মূল কাৰণ সম্পৰ্কে এয়ে আছিল লেখাৰু-দেৱৰ ধাৰণা। এইজনেই আছিল উপেন্দ্ৰচন্দ্ৰ লেখাৰু, যিজনে সকলো ক্ষেত্ৰতে এক নৈতিক বিধানৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। ঋষি-মুনিৰ দৰে অনাড়ম্বৰ জীৱন-যাপন আৰু উচ্চ চিন্তাই আছিল তেওঁৰ জীৱনৰ মূলমন্ত্ৰ।

——

# লেখাৰুৰ অসমীয়া ৰামায়ণ সাহিত্য

ড° বাণীকান্ত কাকতি

অসমীয়া ৰামায়ণ সহিত্য বোলা ( উপেন্দ্ৰচন্দ্ৰ লেখাৰু ৰচিত ) এই গ্ৰন্থখনিত প্ৰাচীন অসমীয়া ৰাৰায়ণ আৰু ৰামায়ণ কবিসকলৰ কেতবোৰ চৰ্চামূলক আলোচনা কৰা হৈছে। ভাৰতীয় প্ৰাচীন সাহিত্যত ৰামায়ণ আৰু মহাভাৰতৰ স্থান অতি উচ্চ। এই দুই মহাকাব্যই কাব্যৰ আস্বাদ দিয়াৰ লগে লগে আৰু প্ৰাচীন জীৱনাদৰ্শ দিয়াৰ লগে লগে যুগ যুগান্তৰে ভাৰতীয় মনৰ সংস্কাৰ সাধনত যথেষ্ট ৰূপে সহায় কৰি আহিছে। প্ৰাদেশিক ভাষাবোৰতো স্বাভাৱিকতেই এই দুই মহাকাব্যই বিশেষ স্থান অধিকাৰ কৰি আছে। ভাৰতীয় প্ৰাদেশিক আৰ্য ভাষাবোৰৰ তুলনামূলক আলোচনা কৰিলে দেখা যায় যে আন ভাষাবোৰৰ আগতে অসমীয়াত এই দুই মহাকাব্যৰ অনুবাদ হয়। মধ্যযুগৰ নৱবৈষ্ণৱ ধৰ্ম আন্দোলনত এই দুই মহাকাব্যই বিশেষ ৰূপে সহায় কৰিছে। অসম কামৰূপ বেহাৰত নৱবৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰোঁতা শ্ৰীমন্ত শংকৰদেৱৰ বহু আগতে মাধৱ কন্দলীয়ে ৰামায়ণত কাব্য প্ৰচাৰ কৰে। বৈষ্ণৱ যুগত ৰামায়ণত ভাগৱতী কথা মিশ্ৰ কৰি কৰি সকলে ৰামায়ণকো কৃষ্ণভক্তি শাখাৰ ভিতৰুৱা কৰি তুলিছে। ৰামৰ আদৰ্শমূলক চৰিত্ৰই মানুহৰ মন এনেকৈ আকৃষ্ট কৰিছিল যে কবিসকলে গদ্যে পদ্যে ভিন্ ভিন্ আৰ্হিৰ ভিন্ ভিন্ সংস্কৰণ ৰচনা কৰি অসমীয়া পুৰণি সাহিত্য চহকী কৰি গৈছে। মূল ৰামায়ণত নথকা কেতবোৰ ৰামায়ণী কথাও ভিন্ ভিন্ কবিৰ হাতত প্ৰকাশ পাইছে। অসমীয়া সমাজত ৰামৰ কথা সৰবৰহী যে

আছিল তাৰ প্ৰমাণ সকলোতে আছে। দেও পৰ্বতত খৃষ্টীয় একাদশ শতাব্দীৰ ভগ্ন মন্দিৰৰ স্তূপৰ মাজত পুৰণি ভাস্কৰ্যৰ কিছু নিদৰ্শন পোৱা গৈছে। উক্ত ঠাইত পোৱা এডোখৰ শিলত ৰাম, লক্ষ্মণৰ মূৰ্ত্তি আছে, তেওঁলোকৰ সম্মুখত সুগ্ৰীৱে আঠু লৈছে, হনুমন্ত আৰু অনান্য বান্দৰবোৰে ভক্তি শ্ৰদ্ধাৰে এই দৃশ্য চাই আছে। সেই একে সময়ৰে শিলত কটা ৰামৰ মূৰ্ত্তি এটি অসমৰ প্ৰাদেশিক মিউজিয়ামত সংগ্ৰহ কৰা হৈছে। একাদশ শতিকাৰ অসমৰ ৰজা ইন্দ্ৰপালৰ গুৱাহাটী তামৰ শাসনতো উল্লেখ আছে অসমীয়া লৌকিক উক্তিৰ মাজতে ৰামায়ণৰ কোনো কোনো আখ্যান প্ৰবাদ স্বৰূপে প্ৰচলন হৈছে। যেনে "ৰাম নৌ হওঁতেই ৰামায়ণ" "ৰামে মাৰিলেও মৰা ৰাৱণে মাৰিলেও মৰা" "কালনেমিৰ লংকা ভাগ", "ৰামৰ কাৰ্যক লাগি বৈদ্যৰ বৰ হেলা", "ৰাম নামত ভূত পলায়।" ইত্যাদি –

অসমীয়া ভাষাৰ প্ৰাচীন পুথি সমূহৰ ভিতৰত মন্ত্ৰপুথিবোৰ অন্যতম্ এই পুথি সমূহত প্ৰাচীন অসমীয়া সমাজৰ বিশ্বাসাদি সংৰক্ষিত হৈছে। বহুত মন্ত্ৰপুথিত ৰামায়ণৰ কথা আছে। গ্ৰন্থকৰ্তাই উল্লেখ কৰিছে "অসমীয়াৰ বিয়াগীত, গৰখীয়াগীত, মন্ত্ৰপুথি আদিতো ৰামায়ণী কথাই বিশেষ সহায় কৰিছে।" সচাঁকৈয়ে ৰামকৰতি নামৰ স্বতন্ত্ৰ এখনি কৰতি পুথিয়েই আছে। বিয়াৰ তৃতীয় দিনা দৰা-কন্যাক পাঠ কৰি শুনোৱা খোবা-খুবী পুথিৰ মূলতে ৰামায়ণ আখ্যান। বিয়া নামত দৰা-কন্যাক ৰাম-সীতাৰ লগত তুলনা কৰা হয়। এই-বোৰৰ পৰাই অসমীয়া জীৱনৰ লগত ৰামায়ণৰ সম্বন্ধ প্ৰকাশ পায়। শ্ৰীলেখাৰুৰ "অসমীয়া ৰামায়ণ সাহিত্য"ও ভিন্ ভিন্ কালৰ ভিন্ ভিন্ কবিৰ ভিন্ সংস্কৰণৰ আলোচনা একে ঠাইতে কৰাৰপৰা অনুসন্ধানকাৰী লোকসকলৰ যথেষ্ট সহায় হব। এতিয়ালৈকে পোৱা প্ৰমাণবোৰৰ ওপৰত ভিত্তি কৰি গ্ৰন্থকৰ্তাই কেতবোৰ মীমাংসা কৰিবলৈ চেষ্টা কৰিছে। ৰামায়ণৰ কথা কেনেকৈ অসমত বিয়পি পৰাৰ সম্ভাৱনা হৈছিল; কন্দলী উপাধিৰ কি অৰ্থ হব পাৰে, মাধৱ

কন্দলীৰ সময় নিৰ্ণয় কৰাৰ আৰু কি প্ৰমাণ পাব পাৰি, সৰু-সুৰা ৰামায়ণী আখ্যানবোৰ কেনেকৈ উদ্ভৱ হৈছিল ইত্যাদি বোৰ আলোচনা ইয়াত কৰা হৈছে। কাব্য বোৰৰ মূল্য নিৰ্ণয় কৰিবলৈ চেষ্টা কৰা হৈছে। ইয়াৰ উপৰিও ভিন্ ভিন্ আখ্যানবোৰৰ চমু বিৱৰণবোৰো দিয়া হৈছে। গতিকে এই গ্ৰন্থই সকলো শ্ৰেণী পাঠকৰ মন আকৃষ্ট কৰিব বুলি বিশ্বাস হয়। এই গ্ৰন্থৰ মীমাংসাবোৰকে শেষ মীমাংসা বুলি নধৰিলেও ইয়াৰ ভিত্তিত ভৱিষ্যত আলোচনা কৰিবলৈ সুবিধা হব যে তাত সন্দেহ নাই। এই শ্ৰেণীৰ গ্ৰন্থ যিমানেই বৃদ্ধি পায় সিমানেই আমাৰ সাহিত্যৰ সম্পদ বাঢ়িব।

# লেখাৰু প্ৰতিভাৰ স্বাক্ষৰ ঃ ধৰ্ম্মপদ

শ্ৰীৰামমল ঠাকুৰীয়া

'ধৰ্ম্মপদ' পুথিখন মূল পালিৰ ধম্মপদৰ সাৱলীল অনুবাদ। এই পুথিখন ৰচনা কৰা হৈছিল এটা মহৎ আদৰ্শৰ অনুধাবন কৰি। পুথিখন প্ৰকাশ কৰা হৈছে জাতীয় সাহিত্য মন্দিৰৰপৰা। "চিন্তা-শীল লিখকসকলক উৎসাহ দি জাতীয় উন্নতিবিধায়ক মূল্যবান গ্ৰন্থ লিখাই প্ৰকাশ কৰাই" সেই মন্দিৰৰ উদ্দেশ্য আছিল বুলি পৰি-চালকে উল্লেখ কৰিছে। কিতাপখন লিখা হৈছিল জাতীয় জাগৰণৰ যুগত, জাতীয় সাহিত্যৰ উন্নতিৰ উদ্দেশ্যে। কিতাপৰ বেটুপাতত বুদ্ধৰ লগতে গান্ধীজীৰ ছবি আৰু পুথিখন গান্ধীজীৰ উদ্দেশ্যে অৰ্পণ কৰা কথাটোৱেও সেই জাতীয় জাগৰণৰ ইংগিতকে দিয়ে।

জাতীয় সাহিত্য মন্দিৰে প্ৰথমে ধৰ্ম্মপদ পুথিখন প্ৰকাশ কৰা-টোও এটা তাৎপৰ্যপূৰ্ণ কথা জাতীয় জাগৰণৰ কালতে বৌদ্ধ ধৰ্মৰ প্ৰতিজন সাধাৰণৰ মনত এটা নতুন আগ্ৰহৰ উদ্ৰেক হয়। অসমতো বৌদ্ধ ধৰ্মৰ চৰ্চাই কিছুপৰিমাণে গ কৰি উঠে।

অসমত বৌদ্ধ ধম সম্পৰ্কে পণ্ডিতসকলৰ মাজত মতভেদ বিৰাজ-মান। কিছুমানৰ মতে প্ৰাচীন অসমত বৌদ্ধ ধৰ্মৰ প্ৰচাৰ হোৱাই নাছিল। পুৰণি কামৰূপ অশোকৰ বৌদ্ধ সাম্ৰাজ্যৰ সীমাৰেখাৰ বাহিৰতে ৰৈ গৈছিল। সপ্তম শতিকাত অহা চীনা পণ্ডিত হিউৱেন্ চাঙৰ মতেও তেতিয়াৰ কামৰূপত বৌদ্ধ ধৰ্মৰ প্ৰচলন নাছিল। তেওঁ হেনো কামৰূপত এটাও সংঘাৰাম দেখা নাপালে। অৱশ্যে

দেখা-দেখিকৈ কোনো সংখ্যাৰাম নাথাকিলেও কিছুমানে গুপ্তভাৱে বৌদ্ধ ধৰ্ম পালন কৰা বুলি তেওঁ স্বীকাৰ কৰি গৈছে।

ইয়াৰ বিপৰীতে আন এদল পণ্ডিতে কিন্তু ভাবে যে প্ৰাচীন কামৰূপ বৌদ্ধ ধৰ্মৰে প্লাৱিত হৈ পৰিছিল। দূৰ অতীতত কামৰূপৰ বুকুত অনেক বৌদ্ধ তীৰ্থ আছিল। তাৰ বেছিভাগেই হেনো ব্ৰহ্মপুত্ৰ বৈ অহাৰ পাছত তাৰ বুকুত নিশ্চিহ্ন হয়। পুৰাণ অনুসৰি ব্ৰহ্মপুত্ৰক বোৱাই আনে পৰশুৰামে। পিতৃৰ আদেশত মাতৃহত্যা কৰাৰ পাছত পৰশুৰামৰ হাতৰপৰা কুঠাৰখন খহি নপৰা হ'ল। অনেক তীৰ্থ ভ্ৰমণ কৰি শেষত পৰশুকুণ্ডত স্নান কৰাতহে তেওঁ সেই পাপৰপৰা উদ্ধাৰ পায়। তেতিয়াই পৰশুকুণ্ডৰ পাৰ কাটি ব্ৰহ্মপুত্ৰক বোৱাই আনে। সেই ব্ৰহ্মপুত্ৰৰ গতিপথত পৰাৰ ফলতেহে অনেক বৌদ্ধ তীৰ্থ বিলুপ্ত হয়।

আধুনিক গৱেষকসকলে কৰ খোজে যে অসমত থকা বৰ্তমানৰ অনেক তীৰ্থস্থানও মূলতে বৌদ্ধ তীৰ্থস্থানহে আছিল। হিন্দু ধৰ্মৰ পুনৰুত্থানৰ কালত সেই তীৰ্থবোৰক হিন্দু ধৰ্মত পৰিণত কৰা হয়। আনকি বুদ্ধৰ মূৰ্তিকো বিষ্ণুমূৰ্তিলৈ ৰূপান্তৰিত কৰা হয়। এই ক্ষেত্ৰত হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰ, নীলাচলৰ কামাখ্যা মন্দিৰ আৰু শুক্ৰেশ্বৰৰ জনাৰ্দন মূৰ্তিৰ কথা উল্লেখ কৰিব পাৰি।

হাজোৰ হয়গ্ৰীৱ মাধৱৰ মূৰ্তিটো আচলতে বুদ্ধ মূৰ্তিহে। বৌদ্ধ ভোটসকলে বছৰে বছৰে শীতকালত হাজোলৈ আহি এই মূৰ্তিটোকেই মহামুনি বুলি পূজা-অৰ্চনা কৰে। কিছুমানে কৰ খোজে যে বুদ্ধদেৱে মহা পৰিনিৰ্বাণ লাভ কৰা কুশীনগৰ হাজোহে। এই সম্পৰ্কত ৺দৈৱচন্দ্ৰ তালুকদাৰ আৰু ৺উমেশচন্দ্ৰ তালুকদাৰৰ নাম স্মৰণযোগ্য।

নীলাচলৰ ভাৰত বিখ্যাত কামাখ্যা তীৰ্থও মূলতে বৌদ্ধ তীৰ্থহে আছিল। শ্ৰদ্ধেয় ৺গংগাৰাম চৌধুৰী ডাঙৰীয়াই "অসম বুদ্ধিষ্ট বিচাৰ্চ চোচাইটি" নামৰ অনুষ্ঠান এটিৰ যোগেদি কেইবাখনো সৰু সৰু পুস্তিকা প্ৰকাশ কৰি নীলাচল পাহাৰত বৌদ্ধ ধৰ্মৰ অনেক প্ৰতীক আৱিষ্কাৰৰ সম্ভেদ দিছিল।

শুক্লেশ্বৰত থকা জনাৰ্দন বিষ্ণুৰ মূৰ্তিটো নিঃসন্দেহে জাল কৰা বৌদ্ধ মূৰ্তি। এইবোৰ কথাৰপৰা প্ৰমাণ পোৱা যায় যে একালত প্ৰাচীন কামৰূপত বৌদ্ধ ধৰ্মৰ সুপ্ৰচলন আছিল। বৌদ্ধ ধৰ্মৰ অনেক প্ৰভাৱ হিন্দু ধৰ্মত সুমাই লৈ শংকৰাচাৰ্যই প্ৰচ্ছন্ন বুদ্ধ আখ্যা প্ৰাপ্ত হোৱাৰ দৰে অসমৰ শংকৰদেৱে প্ৰৱৰ্তিত বৈষ্ণৱ ধৰ্মতো বৌদ্ধ ধৰ্মৰ অনেক প্ৰভাৱ নিহিত হৈ পৰে। গতিকে কামৰূপ তথা প্ৰাচীন অসমত বৌদ্ধ ধৰ্মৰ প্ৰচলন থকা বুলি অনুমান কৰিব পাৰি।

অধ্যাপক লেখাৰুদেৱে ধৰ্মপদৰ অনুবাদেৰে অসমত বৌদ্ধ ধৰ্ম চৰ্চাৰ বাটকটীয়া হৈ পৰিছে। বৌদ্ধ ধৰ্ম গ্ৰন্থবোৰৰ ভিতৰত ধৰ্মপদৰ এক বিশিষ্ট স্থান আছে। সমগ্ৰ বৌদ্ধ তত্ত্বমূলক গ্ৰন্থৰ ভিতৰত ধৰ্মপদেই হ'ল সৰ্বাধিক কাৰ্যকৰী গ্ৰন্থ। এজন পাশ্চাত্য বৌদ্ধ পণ্ডিতৰ মতে ধম্মপদ হ'ল সমগ্ৰ সাহিত্য জগতৰ ভিতৰতে সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ। তেওঁৰ ভাষাত "If I were to name any book, from the whole Tripitaka, as having been most service to me, I should without hesitation choose the 'Dhammapada : And it goes without saying that, to me, it is the best single book in all the wide world of literature." Cassius A. Pereira.

ধৰ্ম্মপদ হ'ল মহামূল্য মুকুতাৰ সংগ্ৰহ। ই মহাপ্ৰভু বুদ্ধৰ নৈতিক আৰু দাৰ্শনিক শিক্ষাৰ সোণ বৰণীয়া বাণীৰে ভৰপূৰ এখনি পবিত্ৰ গ্ৰন্থ। ইয়াত বৌদ্ধ ধৰ্মৰ মূল কথাবোৰ অতি সহজ-সৰলভাৱে ব্যক্ত কৰা হৈছে। অভ্ৰান্ত সত্য কথাবোৰ ইয়াত পানীৰ দৰে বুজাই দিয়া হৈছে।

মূল পালি কবিতাবোৰৰ সৌন্দৰ্য অব্যাহত ৰাখি অনুবাদ কৰা কথাটো এক প্ৰকাৰ অসম্ভৱেই। সেই কাৰণে লেখাৰুদেৱে ইয়াৰ সহজ-সৰল গদ্যানুবাদ কৰিছে। মহাপ্ৰভুৱে যেনে সহজ-সৰলভাৱে ধৰ্মৰ কথাবোৰ মানুহৰ মাজত ব্যক্ত কৰিছিল লেখাৰুদেৱে অনুবাদ

ক্ষৰেঁাতেও সেই সৰলতা ৰক্ষা কৰিবলৈ যচেষ্ট হৈছে।

ধৰ্মপদৰ কথাবোৰ ২৫টা বৰ্গত বিভক্ত কৰি শৃংখলাবদ্ধভাৱে ব্যক্ত কৰা হৈছে। বৰ্গবোৰ হ'ল—যমক বৰ্গ, অপ্ৰমাদ বৰ্গ, চিত্ত বৰ্গ, পুষ্পবৰ্গ, মূৰ্খবৰ্গ, পণ্ডিত বৰ্গ, অৰ্হত বৰ্গ, সহস্ৰ বৰ্গ, পাপ বৰ্গ, দণ্ডবৰ্গ, জৰা বৰ্গ, আত্ম বৰ্গ, লোক বৰ্গ, বুদ্ধ বৰ্গ, সুখ বৰ্গ, প্ৰিয় বৰ্গ, ক্ৰোধ বৰ্গ, মল বৰ্গ, ধৰ্মস্থ বৰ্গ, মাৰ্গ বৰ্গ, নৰক বৰ্গ, নাগ বৰ্গ বা হস্ত বৰ্গ, তৃষ্ণা বৰ্গ, ভিক্ষু বৰ্গ, ব্ৰাহ্মণ বৰ্গ। প্ৰতিটো বৰ্গতে বিভিন্ন সংখ্যক পদ আছে। সেই শব্দবোৰৰো ক্ৰমিক সংখ্য আছে। ধৰ্ম পদৰ আৰম্ভণিৰ পদটো হ'ল

মনো পুব্বাংগমা ধম্মা মনোশেঠ্ঠা মনোময়া,
মনসা চে পদুঠ্ঠেন ভাষতি বা কৰোতি বা,
ততো নম দুখখ্‌মন্বেতি চক্কমব বহতো পদম্‌।

ইয়াৰ অনুবাদ কৰা হৈছে:

মনেই ধৰ্মৰ পূৰ্বগামী, মনেই ধৰ্মৰ শ্ৰেষ্ঠ আৰু ধৰ্ম মনোময়। কোনোৱে কু অন্তঃকৰণেৰে কথা কলে বা কাম কৰিলে গাড়ীটনা বলধৰ চকৰিয়ে পাচ লোৱাৰ দৰে দুখ তেওঁৰ পিছে পিছে যায়।

ধৰ্ম পদৰ ১২নং পদটো বিশেষ সংক্ষিপ্ত কৰি পোলোৱা হৈছে। মূলত আছে:

সাৰঞ্চ চ সাৰতো ঞত্বা অসাৰঞ্চ চ অসাৰতো,
তে সাৰম্‌ অধিগচ্ছন্তি সম্মাসংকপ্পগোচৰা।

ইয়াৰ ইংৰাজী অনুবাদ হৈছে:

What is real they deem as real, what is unreal they deem as unreal. They who abide, in the postureground of right thoughts, arrive at the real.

লেখাকদেৱে ইয়াৰ অনুবাদ কৰিছে:

"যি সাৰক সাৰ, অসাৰক অসাৰ বুলি জানে তেৱেঁই সাৰ বস্তু পায়।"

অপ্ৰমাদ বৰ্গৰ ২২ আৰু ২৩ নং পদ দুটাৰ অনুবাদকে একেলগ কৰি অনুবাদ কৰিছে। মূলত আছে ঃ

২২। এতম্ বিসেসতো ঞত্বা
অপ্পমাদমহি পণ্ডিতা,
অপ্পমাদে পমোদন্তি
অৰিয়ানম্ গোচৰে ৰতা।

২৩। তে ঝায়িনো সাততিকা
নিচ্চম্ দলহপৰক্কমা,
ফুসন্তি ধীৰা নিব্বানম্
যোগক্ষেমম্ অনুত্তৰম

এই দুয়োটা পদ একেটি বাক্যতে অনুবাদ কৰা হৈছে ঃ

"এইসকল সত্য বিশেষকৈ জানি যিসকল অপ্ৰমত্ত হৈছে আৰু সদায় আৰ্যসকলৰ জ্ঞানত বিহাৰ কৰে, ধ্যান পৰায়ণ, উদ্যমশীল আৰু দৃঢ় পৰাক্ৰম, এনে ধীৰ লোকে পৰা শান্তিৰূপ নিৰ্বাণ লাভ কৰে।"

এনেকৈ অনুবাদকে অনেক ক্ষেত্ৰত সংক্ষিপ্ততাৰ আশ্ৰয় লৈছে যদিও মূলৰ কোনো উল্লেখযোগ্য কথাকে বাদ দিয়া নাই। অনুবাদ কৰোঁতে মূলৰ সৌন্দৰ্যতকৈয়ো বিষয়-বস্তুৰ ওপৰতহে গুৰুত্ব দিছে আৰু যাতে ধৰ্ম সম্বন্ধীয় কোনো কথাই অস্পষ্ট বা অব্যক্ত হৈ নাথাকে তাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছে। অনুবাদৰ বিশেষত্ব বুজিবলৈ কেইটামান ধৰ্মপদৰ নিদৰ্শন তুলি দিয়া হ'ল

১। মনেই ধৰ্মসমূহৰ পূৰ্বগামী, মনেই ধৰ্মৰ ভিতৰত প্ৰধান আৰু মনৰ পৰাই ধৰ্মৰ উৎপত্তি হৈছে। যদি কোনোৱে নিৰ্মল অন্তঃকৰণেৰে কথা কয় বা কাম কৰে, তেনেহলে সুখে তেওঁক ছায়াৰ দৰে অনুসৰণ কৰে।

২। সাৰে থকা মানুহে ৰাতিটো বৰ দীঘল যেন পায়, ভাগৰুৱা মানুহে যোজন পথক দীঘল যেন পায়; সেইদৰে সত্য-ধৰ্ম নজনা মূৰ্খই সংসাৰকো বৰ দীঘল যেন পায়।

৩। গুপ্তধন দেখুৱা লোকৰ দৰে যিজনে বৰ্জনীয় বিষয় দেখুৱায়, যিজনে দোষ দেখিলে তিৰস্কাৰ কৰে, যিজন জ্ঞানী, এনে পণ্ডিত লোকক অনুসৰণ কৰিবা। এনে লোকক অনুসৰণ কৰিলে অমংগল নহয়, মংগলেই হয়।

৪। যাৰ পথ চলা শেষ হৈছে, যাৰ শোক দূৰ হৈছে, যি মুক্ত হৈছে, যাৰ সকলো গাঁথি ছিগিছে, তেওঁৰ কোনো দুখ নাই।

৫। অৰ্থহীন শব্দৰ হাজাৰ বাক্যতকৈ এটি মাথোন অৰ্থ-পূৰ্ণ বাক্য শ্ৰেয়ঃ; কাৰণ তাক শুনিলে মানুহ শান্ত হয়।

৬। পুণ্য লাভ কৰিবলৈ সাজু হোৱা; পাপৰপৰা মনক নিবৃত্ত কৰা; পুণ্য কৰ্মত এলাহ কৰিলে মন পাপত ৰত হয়।

৭। দণ্ড আৰু মৰণক সকলোৱে ভয় কৰে আৰু জীৱন সকলোৰে প্ৰিয়। গতিকে নিজৰ দৰে ভাবি কাকো আঘাত বা হত্যা নকৰিবা।



# লেখাৰুৰ জীৱনী সাহিত্যঃ ৺ৰজনীকান্ত বৰদলৈ

**শ্ৰীবাসুদেৱ ভঁৰালী**

জীৱনী সাহিত্যত কোনো ব্যক্তি জীৱনৰ ঘটনাৱলী আৰু সাহিত্যৰ গুণৰাজি অভিব্যক্ত হয়। যাৰ জীৱনবৃত্ত প্ৰকাশ কৰিব জীৱনীকাৰৰ মনত তেওঁ আদৰ্শ ব্যক্তি। এই আদৰ্শ ব্যক্তিজনাৰ জীৱন-বুৰঞ্জীৰ মূল্যায়ন কৰিবলৈ বিজ্ঞান সন্মত বিশ্লেষণাত্মক দৃষ্টি আৰু নিজস্ব কলা-কুশলতাৰ নৈপুণ্যৰ ওপৰত জীৱনীকাৰৰ অন্তৰ্দৃষ্টি ৰাখিব পাৰিলে সি উকা জীৱনী নহৈ জীৱনী সাহিত্য ৰূপে পৰিগণিত হয়। জীৱনী সাহিত্য ৰচনা কৰাটো বৰ সহজ নহয়; কিয়নো ব্যক্তি জীৱনৰ ঘটনাৱলী, ব্যক্তিত্ব আৰু সাহিত্যৰ ত্ৰিবেণী সংগমৰ নিতান্ত প্ৰয়োজন।

অধ্যাপক লেখাৰুদেৱৰ 'অসমীয়া সাহিত্য-সেৱক ৺ৰজনীকান্ত বৰদলৈ' ৪২ পৃষ্ঠাৰ গ্ৰন্থ। গ্ৰন্থখনি তৃতীয় ব্যক্তিয়ে লিখা জীৱনী সাহিত্য বোলাতকৈ বৰদলৈ সাহিত্য আলোচনা বুলিলেহে বেচি ৰঞ্জিতা থাব। 'আগ কথা' শীৰ্ষকত বৰদলৈ জীৱনৰ এটি চমু পৰিচয় দিছে। এইদৰে বৰদলৈ ১৮৬৮ চনত গুৱাহাটীত জন্ম গ্ৰহণ কৰে। ১৮৮৯ চনত বি.এ. পাচ কৰি ১৮৯০ চনত চৰকাৰী কামত সোমাই ১৮৯১ চনত চৰ্ ডেপুটী কলেক্টৰ আৰু ১৯০০ চনত একষ্ট্ৰা এচিষ্টেণ্ট্ কমিছনাৰ, ১৯০৯ চনত নগাৱঁত ডেপুটী কমিছনাৰ হয় আৰু ১৯১৮ চনত চাকৰিৰপৰা অৱসৰ লয়। ১৮৮৮ চনৰপৰা সাহিত্যিক জীৱন আৰম্ভ হয় শেষ বয়সলৈ। ভোলাই শৰ্মাৰ ছদ্ম নামত বৰদলৈয়ে

'অসমীয়া সমাজৰ কৌতুক পূৰ্ণ চিত্ৰ' আঁকি প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছিল। লেখাৰুদেৱে বৰদলৈৰ উপন্যাসৰ তালিকা এনেদৰে দিছে— "তেখেতৰ উপন্যাসকেইখন এই—মিৰিজীয়ৰী, মনোমতী, ৰংগিলী, ৰহদৈ লিগিৰী, নিৰ্মল ভকত, তাম্ৰেশ্বৰী মন্দিৰ, দন্দুৱাদ্ৰোহ আৰু ৰাধা-ৰুক্মিণীৰণ।" তেখেতে গ্ৰন্থখনি প্ৰণয়ন কৰাৰ উদ্দেশ্য পাঠকৰ আগত অৱগত কৰিছে। "এই ক্ষুদ্ৰ পুথিখনিত উপন্যাসসমূহৰ এটি পৰিচয় দিবলৈ চেষ্টা কৰা হৈছে।"

উপন্যাস কি আৰু ইয়াৰ বৈশিষ্ট্য সমূহ সম্বন্ধে লেখাৰুদেৱে গ্ৰন্থৰ প্ৰথম অধ্যায়ত আলোচনা কৰিছে। উপন্যাসৰ স্বৰূপ লক্ষণ সম্বন্ধে তেখেতে লিখিছে, "উপন্যাস মানৱ জীৱনৰ দাপোণ স্বৰূপ। অভিজ্ঞতা আৰু কল্পনাৰে ঔপন্যাসিকে মানৱ জীৱনটো কটকটীয়াকৈ আঁকি দেখুৱায়। এই ভাগত সাহিত্যত মানুহৰ আগ্ৰহ বেছি দেখা যায়।"

দৰ্শন, ধৰ্মশাস্ত্ৰ, নাট, বুৰঞ্জীতকৈ উপন্যাসত বিষয়-বস্তু প্ৰকাশৰ সম্পূৰ্ণ যে সুবিধা আছে গ্ৰন্থকাৰে তুলনামূলকভাৱে আলোচনা কৰি কৈছে, "ঔপন্যাসিকে সকলো কথাকে পাঠকসকলক বিদিত কৰিব পাৰে। ... ঔপন্যাসিকে বুৰঞ্জীৰ এটা অধ্যায় লৈ, বা এটা আদৰ্শ লৈ, বা মানৱ চৰিত্ৰলৈ নানা ঘটনা, নানা চৰিত্ৰ মানুহৰ আগত দাঙি ধৰিব পাৰে।......নিপুণ ঔপন্যাসিকৰ উপন্যাসত ধৰ্ম আৰু নীতিৰ জ্ঞান পালেও সি নিজে উপদেশ নিদিয়ে, জীৱনৰ চিত্ৰ পালেও সি জীৱনী নহয়, দাৰ্শনিক জ্ঞান পালেও সি দৰ্শনৰ জটিল তত্ত্ব বা তথ্যৰ আলোচনা নহয়। ইয়াত মানুহৰ অন্তৰৰ গভীৰ আবেগ অনুভূতিবোৰক ৰূপ দিয়া হয়। উপন্যাসক এই পক্ষৰপৰা বাস্তৱ সাহিত্য বুলিব পাৰি।"

বিষয়-বস্তু পৰিগ্ৰহণ ভেদে উপন্যাস বুৰঞ্জীমূলক, উদ্দেশ্যমূলক আৰু সামাজিক হব পাৰে। উপন্যাসৰ বৈশিষ্ট্যমূলক আলোচনাৰ

ক্ষেত্ৰত লেখাৰুদেৱে চুটিগল্প আৰু উপন্যাসৰ পাৰ্থক্য দাঙি ধৰি লিখিছে, "ইয়াত সাধাৰণতে এটি ঘটনা থাকিব লাগে। কিন্তু চুটি গল্পতো একোটা ঘটনা থাকে। সেই বুলি চুটি গল্প আৰু উপন্যাস একে নহয়। চুটি গল্পবোৰ জীৱনৰ কোনো এক ক্ষণ অৱলম্বন কৰি লিখা হয় আৰু সেই ক্ষণতে বা কোনো এক ঘটনাতে মানুহৰ প্ৰকৃত স্বৰূপটো প্ৰকাশ কৰি দিয়া হয়। উপন্যসত কিন্তু গোটেই জীৱনটোৰ গতি বিশদভাৱে দেখুৱাব পাৰি। আকৌ উপন্যাসত এটা মূল ঘটনাৰ লগতে আন আন সৰু ঘটনাও জড়িত থাকিব পাৰে। কিন্তু চুটি গল্পত বেছি ঘটনা বা চৰিত্ৰৰ সমাবেশৰ ঠাই নাই।"

সহজ, সৰল বা যথাৰ্থ অৰ্থ-প্ৰকাশক ভাষা সাহিত্য প্ৰণয়নৰ বাবে নিতান্ত প্ৰয়োজন আৰু তেতিয়া হলেহে গ্ৰন্থ মনোগ্ৰাহী হয়। লেখাৰুদেৱৰ মতে পাত্ৰ-পাত্ৰীৰ কথোপকথন বেছি মনোগ্ৰাহী হব লাগে, নহলে পাঠকৰ মনত বিৰক্তি ওপজাতো স্বাভাৱিক। ঔপন্যাসিকৰ সৃষ্টি কৌশলত মনোহাৰিত্ব থাকিব লাগে। "উপন্যাসৰ ঘটনাটি আৰম্ভ কৰা, গঠন কৰা, আৰু শেষ কৰা, সকলো বিষয়তে বিশেষ বিচাৰ আৱশ্যক, নহলে ঔপন্যাসিকৰ উদ্দেশ্য সফল হব নোৱাৰে আৰু সি পাঠকৰ মনত কোনো স্থায়ী ভাব উদ্ৰেক কৰিব নোৱাৰে।"

গ্ৰন্থৰ দ্বিতীয় অধ্যায়ত বৰদলৈৰ বুৰঞ্জীমূলক আহোম ৰাজত্বৰ কাল, বুৰঞ্জীৰ চৰিত্ৰ, চিত্ৰ আৰু কল্পনাৰ সমন্বয় কেনেদৰে থাকিব লাগে, লক্ষণ আৰু বিশেষত্ব কি ইত্যাদি কথাৰ লেখাৰুদেৱে এটা সম্যক আলোচনা আগবঢ়াইছে। আহোম ৰাজত্বৰ কাল সম্বন্ধে লেখাৰুদেৱে লিখিছে, "আহোম ৰাজত্বৰ শেষ কালত অৰ্থাৎ চন্দ্ৰকান্ত সিংহৰ দিনৰ পৰা ইংৰাজে অসমদেশ লোৱালৈকে এই কাল দোখৰেই ঔপন্যাসিক বৰদলৈদেৱৰ অৱলম্বন।" বুৰঞ্জীমূলক উপন্যাসত কল্পনাৰ প্ৰয়োজনীয়তা উলাই কৰা বিষয় নহয়। পাত্ৰ-পাত্ৰী আৰু ঘটনাৰ মাজেৰে অতীতক জাগ্ৰত কৰি তোলাতেই উৎকৃষ্ট বুৰঞ্জীমূলক উপন্যাস

লিখকৰ কৃতিত্ব। বৰদলৈৰ উপন্যাসৰ সাহিত্যিক লক্ষণ সম্বন্ধে লেখাকদেৱে লিখিছে, "বুৰঞ্জীৰ প্ৰীতি বৰদলৈদেৱৰ প্ৰধান লক্ষণ, দেশপ্ৰীতি , উচ্চ ৰাজনৈতিক আদৰ্শ, ধৰ্মানৰাগিতা আৰু অবাস্তৱ বা অতিপ্ৰাকৃতৰ প্ৰীতি চৰিত্ৰ সমূহৰ মাজেৰে প্ৰকাশ কৰাৰ বাহিৰেও দেশৰ বা মানৱ জাতিৰ উন্নতিমূলক উচ্চ আদৰ্শ আৰু মহৎ গুণ আৰু কৰ্মত তেখেতৰ আনন্দ আৰু সেইদৰে দেশৰ ধ্বংস সাধক নীচবৃত্তি, নীচকৰ্ম আদিবোৰৰ প্ৰতি ঘৃণা আৰু কটূক্তিবোৰত তেখেতৰ প্ৰকৃত পৰিচয় পোৱা যায়।"

উৎকৃষ্ট আৰু যুগমীয়া সাহিত্য সৃষ্টিত সাহিত্যিকৰ মাজত জাগ্ৰত প্ৰধান লক্ষণ হৈছে সমগ্ৰ মানৱ সমাজৰ প্ৰতি সহানুভূতি। বৰদলৈৰ উপন্যাসৰ কিছু সংখ্যক চৰিত্ৰত এটা এটা গুণ প্ৰকটিত হোৱা দেখা যায়; সেইটো হৈছে সাংসাৰিক সুখ-দুখৰ মাজত ভগৱত ভক্তিলৈ উন্নীত হোৱা মন। এনে উদাহৰণৰ গধাকী নিৰ্মল ভকত, শান্তিৰাম আদিলৈ লেখাকদেৱে আঙুলিয়াইছে। জীৱনৰ মূল্য নিৰ্ণয় কৰিবলৈ গৈ তেখেতে কৈছে, "প্ৰমাদ আৰু সম্পূৰ্ণতাৰ মাজত, বিপদ বিঘিনিৰ মাজত মানুহে যি সজ আকাংক্ষা আৰু সজ সংকল্প মনত ৰাখিব পাৰে, সি সজ কৰ্ম সম্পাদন কৰিব পাৰে, সেয়ে জীৱনৰ মূল্য নিৰ্ণয় কৰে।' উদাহৰণ স্বৰূপে 'মনোমতী' উপন্যাসৰ পত্নমী, শান্তিৰাম, পমিলা মনোমতীৰ চৰিত্ৰৰ কথা লেখাকদেৱে উল্লেখ কৰিছে। সম্পূৰ্ণ জীৱন-চিত্ৰ অংকন কৰাত বৰদলৈ সিদ্ধহস্ত। অতীতৰ চিত্ৰ আৰু সন্নিবিষ্ট ঘটনা পৰিস্ফুট কৰোঁতে তেখেতে কেতিয়াবা কেতিয়াবা বিষয়ান্তৰত প্ৰবেশ কৰা দেখা যায়। উদাহৰণ স্বৰূপে "নিৰ্মল ভকত"ৰ শেষ ছোৱাত ধৰ্মতত্ত্বৰ বিশদ ব্যাখ্যা দিছে। "ৰহদৈ লিগিৰীত" ষট-চক্ৰ, কুণ্ডলিনী তত্ত্বৰ আলোচন কৰা হৈছে আৰু সেইদৰে 'ৰঙিলী'ত অসমীয়াৰ বিহু সম্বন্ধে বিশদ ব্যাখ্যা দিছে। লেখাকদেৱে এই বুলি মন্তব্য দিছে, "এইবোৰে ঔপন্যাসিকৰ নিজ ধৰ্ম বিশ্বাস আৰু তত্ত্বজ্ঞান স্পৃহাৰহে পৰিচয় দিছে।"

তৃতীয় অধ্যায়ত বৰদলৈ উপন্যাসসমূহৰ মূল ঘটনাৱলী বৰ্ণনা কৰোঁতে লেখাৰুদেৱে শেষত চমুকৈ প্ৰত্যেকখন উপন্যাসৰ আলোচনা কৰিছে।

বৰদলৈৰ একমাত্ৰ সামাজিক উপন্যাস 'মিৰি জীয়ৰী' আলোচনাৰ শেষত লেখাৰুদেৱে লিখিছে, "চন্দনক বিষবৃক্ষ, বিষবৃক্ষক চন্দনত পৰিণত নকৰে। সেইদৰে প্ৰকৃতিৰ প্ৰভাৱত যদি মানৱ অন্তৰত স্বৰ্গীয় প্ৰেম উদয় হব পাৰে, তেনেকৈ নিষ্ঠুৰতাও উদয় হব পাৰে। 'মিৰি জীয়ৰী'ত এই দুয়োটা প্ৰভাৱেই ভৈয়ামৰ মিৰি আৰু গাচী মিৰিত দেখা যায়। গতিকে মিৰি সমাজত আবদ্ধ থাকিলেও প্ৰকৃতিৰ প্ৰভাৱৰ পিনে চালে ইয়াক সাৰ্বজনীন সম্পদ বুলিব পাৰি। প্ৰধান নায়ক-নায়িকা জংকি আৰু পানেইৰ প্ৰেমৰ আদৰ্শয়ো সাৰ্বজনীন মূল্য বঢ়াইছে।"

"মনোমতী" উপন্যাসৰ আলোচনাৰপৰা বুজিব পাৰি অসমীয়াৰ সাহ-পিত, বল-বীৰ্য, ৰণ-কৌশল যে মানতকৈ উন্নত আছিল সেই বিষয়ে লেখাৰুদেৱ দৃঢ়বিশ্বাসী। তেখেতে বাৰুকৈয়ে অনুভৱ কৰে গৃহ-কন্দল হ'ল অসমীয়াৰ বিজয় তিলক মচ খোৱাৰ কাৰণ। তেখেতে উল্লেখ কৰিছে, "মানৰ হাতত অপমানিত হৈ অকলসৰে মান সেনা-পতিৰ আগতে দুৰ্দান্ত মান বীৰৰ বুকুত গোৰ বহুৱাই পানীত পেলোৱা হলকান্ত, অসজ্জিত অৱস্থাত হঠাৎ আক্ৰমণত পৰি কেইবাটিও পৰা-ক্ৰমী মান সেনা এহাতে বধ কৰিব পৰা লক্ষ্মীকান্ত, বীৰৰ দৰে নিজ মনোভাৱ ব্যক্ত কৰি মানৰ হাতত প্ৰাণ হেৰুৱা চণ্ডীবৰুৱা আদি পুৰুষ আৰু শত্ৰুৰ হাতত পৰিও স্বজাতিৰ হিত সাধিব পৰা পদুমী, পমীলা আৰু লাজকুঁৱৰীয়া হলেও নিজ মৰ্যাদা ৰক্ষাৰ্থে মিগিংমাহাকো স্তব্ধ কৰিব পৰা মনোমতা আদি তিৰোতাসকল যি সমাজৰ ভিৰুৱা, সেই সমাজত কেৱল একতাৰ বান্ধ থকা হলেই যে মানে অসমৰ চাৰিসীমাত ভৰি দিব নোৱাৰিলেহেঁতেন সি ধ্ৰুৱ।"

"ৰহদৈ লিগিৰী" উপন্যাসৰ আলোচনাৰ ক্ষেত্ৰত লেখাৰুদেৱে ঘটনাৰ চমু বিৱৰণ দিয়াৰ বাহিৰে আলোচনাত অৱতীৰ্ণ হোৱা নাই।

'নির্মল ভকত' আলোচনা প্রসংগত লেখাকদেৱে কাহিনীৰ আভাস ইংৰাজ কবি লর্ড টেনিছনৰ "এ'নক আর্ডেন" বোলা কাব্যৰ বুলি মন্তব্য দিছে আৰু লগতে কাব্যৰ কাহিনীটিও এটি চমু পৰিচয় আগবঢ়াইছে।

"তাম্ৰেশ্বৰীৰ মন্দিৰ''ৰো ঘটনা প্রবাহৰ এটি চমু পৰিচয় দিয়াৰ বাহিৰে কোনো আলোচনাত অৱতীর্ণ হোৱা নাই।

''ৰংগিলী''ৰ বিষয়ে মন্তব্য দিওঁতে লেখাকদেৱে কৈছে, 'অতীত অসমৰ ছাঁৰ অঁকা আদর্শ নাৰী চৰিত্র অকাহ যে বৰদলৈদেৱৰ বিশেষ উদ্দেশ্য আছিল ৰংগিলী তাৰে প্রমাণ।"

"দন্দুৱা দ্রোহ"ৰ ঘটনাৰ মাত্র চমু আভাস দিছে।

''ৰাধা-ৰুক্মিণীৰ ৰণ"ৰ বিষয়ে লেখাকদেৱে একো আলোচনা কৰা নাই।

চতুর্থ অধ্যায়ত "বৰদলৈদেৱৰ উপন্যাসৰ চৰিত্রসমূহ আৰু দুই এটি সাধাৰণ কথা" শীর্ষক আলোচনাত অৱতীণ হৈ বৰদলৈৰ উপন্যাস সমূহ যে নায়িকা প্রধান উপন্যাস হিচাপে স্বাক্ষৰ বহন কৰি আহিছে তাৰ সুষ্ঠ অভিমত দাঙি ধৰিছে উপন্যাসৰ চাৰিত্ৰিক বৈশিষ্ট্য আলোচনা কৰোঁতে লেখাকদেৱৰমতে 'মনোমতী' উপন্যাসৰ মনোমতী, পমিলা, পদুমীৰ চৰিত্রত তিনি প্রকাৰৰ নাৰী চৰিত্র প্রকটিত হৈছে। তেখেতে লিখিছে, ''মনোমতী লাজকুৰীয়া, পমিলা ৰাংচালী, মনোমতা ভাৱং মগ্না আৰু পমিলা ভাৱ গ্ৰহণ কৰিব পৰা, কমপটু আৰু উদ্ভাৱনা শক্তিযুক্তা। মনোমতী সৰল, কিন্তু নিজ অভীষ্ট পূৰণ হোৱাৰ পিছতহে আন বিষয়লৈ মন দিয়ে। কিন্তু পমিলাহ লগৰীৰ সুখৰ কাৰণে নিজৰ সকলো সুখ, আশা-আকাংক্ষা বিসর্জন দিয়ে। পমিলাৰ ৰসিকতা থাকিলেও তাক প্রধানকৈ সখীৰ আনন্দৰ কাৰণেহে ব্যৱহাৰ কৰে; মনোমত পতিসংগ কামনা কৰিলেও সখীৰ চিন্তাই তাক তল পেলাই থয়.........।"

পদুমীৰ চাৰিত্রিক বৈশিষ্ট্য সম্বন্ধে লেখাকদেৱে কবলৈ বিচাৰিছে-

যে বিধিৰ কঠোৰ শাসনৰ বাবেহে দুখ লগা পৰিস্থিতিত তেওঁ মানৱ বিৰোতা ভ্ৰষ্টা। পদুমীৰ চৰিত্ৰই প্ৰমাণ কৰি দিছে যে প্ৰথম দৃষ্টিত এজন মানুহৰ প্ৰতি যেনে ধাৰণা থাকে স্বৰূপাৰ্থত সি সদায় একে নহয়। লেখাৰুদেৱে লিখিছে, "মান সেনাপতিৰ মন গলাই পৰীয়া আদিৰো পৰিতুষ্টি সাধন কৰি, পমিলা, মনোমতী আদিৰে পৰামৰ্শ কৰি শেষত শান্তিৰাম ভকতক সকলোৰে উদ্ধাৰৰ উপায় কৰি দিয়াৰ পিছত মানৰ বিচাৰত নিৰ্ভিক চিত্তে নিজৰ সকলো কথা সৈ কাটি মানকো দুতাহ পলুৱাই বিগুটি কৰি পদুমী অগ্নি-দগ্ধা হয়। ...পদুমীৰ জীৱন দৈহিক বা ঐহিক সুখৰ কাৰণে নাছিল, পৰৰ হিত সাধনেই তেওঁৰ জীৱনৰ ব্ৰত আছিল। নহলে তেওঁ অতি সহজে শান্তিৰামৰে সৈতে পলাই সাৰিব পাৰিলেহেঁতেন। এনে উদাৰ চৰিত্ৰ অংকনত ঔপন্যাসিকৰ মনৰ গতি আৰু সৃষ্টি কৌশল শলাগিব-লগীয়া।"

উপন্যাসসমূহত বিক্ষিপ্ততাৰ বিষয়ে লেখাৰুদেৱে লিখিছে, "মনো-মতীৰ প্ৰেম জগতৰ, কিন্তু সি বিশুদ্ধ। 'মিৰি জীয়ৰী'ৰ প্ৰেম জগতৰ হলেও সি কেৱল জাগতিক নহয়—মৃত্যুৱেও ইয়াক ছেদ কৰিব নোৱাৰে, বৰং অমৰত্ব দানহে কৰে আৰু বহদৈ বংগিলীৰ বিশুদ্ধ জাগতিক প্ৰেম ঈশ্বৰ প্ৰেমত মিলি পৰিছেগৈ।... পুৰুষ চৰিত্ৰৰ ভিতৰতো নিৰ্মল ভকত, দয়াৰাম আদি চৰিত্ৰত একনিষ্ঠ প্ৰেম বা সাংসাৰিক কামনা ঈশ্বৰ ভক্তিত পৰিণত হৈছে।"

বৰদলৈ উপন্যাস চৰিত্ৰসমূহে সমুজ্জ্বল কৰি তুলিছে। লেখাৰু-দেৱে লিখিছে, "মূঠতে মানৱ চৰিত্ৰ আৰু প্ৰাচীন বুৰঞ্জীৰ প্ৰকৃত ৰূপ অধ্যয়ন, নিজ মনৰ সংস্কাৰ, বিচাৰ আৰু আদৰ্শ এইবোৰেৰে বৰদলৈদেৱে চৰিত্ৰসমূহ স্বাভাৱিক কৰি গঢ়ি তোলাত কৃতকাৰ্য হৈছে। এনে সুনিপুণভাৱে তেখেতে ঘটনাক্ৰমবোৰ উপস্থিত কৰিছে যে সেই-বোৰৰ মাজত চৰিত্ৰসমূহ ৰঞ্জিতা খাই পৰিছে।" যোগ শাস্ত্ৰ আৰু যোগ পথত অসাধাৰণ মাহাত্ম্য থকাৰ বাবেই ই আলৌকিক ৰূপ আৰু

শক্তি লাভত বিশেষ ক্রিয়া কৰা দেখা যায়। লেখাকদেৱে লিখিছে, "বৰদলৈদেৱ বাস্তৱৰ মাজত অবাস্তৱ, দুখৰ ভাৱৰ মাজত সুখৰ বাণুলি জেউতি চাই আনন্দ পাইছিল।

বৰদলৈ উপন্যাসসমূহ সম্পূর্ণভাৱে বাহুল্য বৰ্জিত নহয়। ই স্বীকার্য। সহজ-সৰল আৰু প্ৰাঞ্জল ভাষাই বৰদলৈ ৰচনা বেছি উপাদেয় কৰি তুলিছে। এই কথা লেখাকদেৱে সহৃদয়তাৰে স্বীকাৰ কৰিছে। অৱশ্যে উপন্যাসৰ মাজে মাজে দীঘলীয়া অযথা কথোপ-কথনে ঘটনা বিন্যাস কেতিয়াবা ভাৰাক্ৰান্ত কৰি তুলিছে। গ্ৰন্থৰ শেষত লেখাকদেৱে মন্তব্য দিছে এইদৰে, "প্ৰাকৃতিক দৃশ্য, স্থান, মানুহৰ ৰূপ, বেশ, বাসঘৰ আদি বিশেষ বিশদভাৱে দিয়া হৈছে। এইবোৰে কেতিয়াবা আমনি লগালেও বাহ্য দৃশ্য চিত্ৰণত বিশেষ আৱশ্যকীয়। যথাযথ বৰ্ণনা দি বিষয়বোৰ স্বাভাৱিক কৰি তোলা উদ্দেশ্য কাৰণেই এইবোৰ অনিবাৰ্য"

# "এখন পুৰণি পুথি"

শ্ৰীসতীশচন্দ্ৰ ভট্টাচাৰ্য

১৮৫২ শকত অৰ্থাৎ ১৯৩০ খ্ৰিষ্টাব্দত পণ্ডিত উপেন্দ্ৰচন্দ্ৰ লেখাৰুদেৱে উত্তৰ গুৱাহাটী অঞ্চলত ব্ৰহ্মপুত্ৰ বালিত তিনিখন সাঁচি-পতীয়া পুথি পাই সংগ্ৰহ কৰিছিল। ইয়াৰে প্ৰথম দুখন ক্ৰমশঃ কীৰ্তন আৰু ভীষ্ম পৰ্ব আৰু তৃতীয়খন আছিল ইতিহাস সম্বন্ধীয়। 'আৱাহন'ৰ একে লেখাৰিযে দুটা সংখ্যাত[১] তেখেতে এই পুথিখনৰ কথা ৰাইজৰ আগত সদৰী কৰিছিল। পুথিকেইখন বানপানীত উটি অহা বুলি তেখেতে অনুমান কৰিছিল।

ইতিহাস সম্বন্ধীয় পুথিখনি আন দুখনৰ লগতে লেখাৰুদেৱে প্ৰথমতে উত্তৰ গুৱাহাটীৰ 'আনন্দৰাম লাইব্ৰেৰী'ত জমা দিছিল। তাৰ পিছত ইয়াক সম্ভৱতঃ কামৰূপ অনুসন্ধান সমিতিৰ পুথিভঁৰাললৈ অনা হৈছিল। বৰ্ত্তমান এই পুথি বুৰঞ্জী আৰু পুৰাতত্ব বিভাগৰ গ্ৰন্থাগাৰত সংৰক্ষিত[২] সম্ভৱতঃ ৬ষ্ঠ দশকৰ মাজ মানত পুথিখন বৰ্ত্তমান স্থানলৈ অনা হৈছে।

বৰ্ত্তমান মুঠ ২১টা ফলক সংৰক্ষিত হৈছে। ইয়াৰে আকৌ ৪, ৫ আৰু ৬নং পাতকেইটা দুটা দুটাকৈ পোৱা গৈছে। একে নম্বৰৰ দুটাকৈ পাত কেনেকৈ থাকিবলৈ পালে ই চিন্তাৰ বিষয়। ইবোৰৰ মাজত কিন্তু হস্তাক্ষৰৰ ভিন্নতা দৃষ্টি গোচৰ নহয়। যি

---

১। আৱাহন ২য় বছৰ ৩য় সংখ্যা, পুহ ১৮৫২ শক, পৃষ্ঠা—২৪৮—২৫০ আৰু ৪ৰ্থ সংখ্যা মাঘ, পৃঃ ৪৪১—৪৫০।

২। পাণ্ডুলিপি নং ৪৩, "অসমৰ ৰাজনৈতিক ভূগোল।"

মহওকঃ মুঠতে ১৮টা ফলক আমি পোৱা বুলি ধৰিব পাৰোঁ। বাওঁ দাঁতিত থকা পাতৰ নম্বৰ অস্পষ্ট হৈছে যদিও অলপ কষ্ট কৰি ধৰিব পাৰি যে এইকেইটা ফলক পোৱা গৈছে—২, ৩, ৪, ৫, ৬, ১৬, ১৭, ১৮, ১৯, ২০, ২১, ২২, ২৩, ২৪, ২৫। তিনিটা ফলকৰ নম্বৰ একেবাৰে উঠি গৈছে, এইবোৰক পিছত নম্বৰ দিয়া হৈছে। বোধহয় বুৰঞ্জী আৰু পুৰাতত্ব বিভাগৰ ফালৰপৰা ক্ৰমে—২৬, ২৮, ২৯ ৰূপে ১৬ নং পাতটিত মাত্ৰ এপিঠিতহে লিখা হৈছে। মূল পুথি-খনৰ কলেৱৰ সম্পৰ্কে নিশ্চিতভাৱে একো কব নোৱাৰি যদিও ই যে যথেষ্ট ডাঙৰ আছিল সেই বিষয়ে সন্দেহ নাই।

ফলকবোৰৰ দীঘ প্ৰস্থ ৩৭½ চেঃ মিঃ × ১০ চেঃ মিঃ। লিখা অংশৰ জোখ ৩২ চেঃ মিঃ × ৭ চেঃ মিঃ। শাৰীৰ সংখ্যা ৯ আৰু ১০। প্ৰায় আটাইবোৰ পাতেই ফাটি জৰাজীৰ্ণ হৈছে। বোধহয় বানপানীত উটি-ভাহি আহি বালিত পোত গৈ থকাৰ বাবে এনে হবলৈ পাইছে। ফাটি চিৰা-চিৰ হোৱা হেতু পাঠৰ অধ্যয়নত যথেষ্ট অসুবিধা হয়। অক্ষত প্ৰতিটো আখৰ অতি সুন্দৰ, স্পষ্ট।

ওপৰত দিয়া পৰিচয়ৰপৰা এই কথা স্পষ্ট যে লেখাৰুদেৱে পোৱা পুথিখন খণ্ডিত আৰু পুথিখনৰ আৰম্ভণি কিম্বা সমাপ্তিও আমাৰ হাতত নাই। সামৰণিৰ পাত নাথাকিলেও ১নং পাতটি থকা হলে পুথিখনৰ সম্পৰ্কত কিছু কথা জানিব পৰা গ'লহেঁতেন। এনে পৰিস্থিতিত পুথিখনৰ নাম আৰু লিখকৰ নাম (যদি আছিল) সম্পৰ্কে একো ধাৰণা কৰিব নোৱাৰি। সেইদৰে পুথি-ৰচনা সময় সম্পৰ্কেও একো প্ৰত্যক্ষ ইংগিত পাবলৈ নাই। বৰ্তমান পোৱা-খনেই মূল পুথি নে ই নকল তাকো জানিব পৰা নগ'ল।

সংগ্ৰাহকে ইয়াক পাঠক সমাজলৈ আগবঢ়াওঁতে পৰিচয় দান প্ৰসংগত এইদৰে লিখিছে: "যি পুথিৰ বিষয়ে লিখিবলৈ আগবঢ়া হৈছে তাত গোৱালপাৰাৰপৰা আৰম্ভ কৰি সদিয়ালৈকে সকলো জিলাৰে আহোম ৰজাসকলৰ দিনৰ ঠাই, পৰ্বত, নদী আদিৰ নাম,

দুৱৰ আদি উল্লেখ আছে। তাৰ বাহিৰেও যুদ্ধৰ সময়ত, সম্ভৱতঃ শৰাইঘাটৰ যুদ্ধৰ সময়ত, ক'ত কিমান কোঠ আছিল, গড় আছিল বা বন্ধোৱা হৈছিল, আৰু ক'ৰপৰা ক'লৈ কিমান হিলৈ, কামান, তোৱা, কেচাই আদি ৰখা হৈছিল সকলোৰে কথা লিখা আছে। ভোট নমা, অকা, ডফলা নমা দুৱাৰ আদিৰ নাম, মিৰি, আবৰ আদিৰ গাওঁ, অসমীয়া বজা যেনে বেলতলীয়া বজা, গোভা বজা, নংগতা বজা আদিৰ নাম আৰু স্থান নিৰ্দিষ্ট আছে।"[৩]

আলোচ্য সাঁচিপতীয়া পুথিখনক লেখাৰুদেৱে ক'তো বুৰঞ্জী আখ্যা দিয়া নাই। ২য় বছৰ ৪ৰ্থ সংখ্যা 'আৱাহনত' ইয়াৰ বিষয়ে লিখোঁতে 'এখন পুৰণি পুথি' বুলি প্ৰবন্ধৰ শিৰোনামা দি তাৰ তলত "পুৰণি অসমৰ ৰাজনৈতিক ভূগোল" বুলি চিনাকি দিছে। অসম্পূৰ্ণ পুথিখন অধ্যয়নৰ অন্তত মধ্যযুগৰ অসমৰ ভূগোল সম্পৰ্কে অজ্ঞাত লিখকৰ সুস্পষ্ট ধাৰণাৰ বিষয়ে জানিব পাৰি। সেই দৃষ্টিকোণৰপৰা আলোচ্যমান পুথিখনক এক মূল্যবান ভৌগোলিক বুৰঞ্জী বুলিলে বোধহয় বেছি কোৱা নহব। প্ৰত্নতাত্ত্বিক সোণাৰাম চৌধুৰীয়ে তেখেতৰ 'ৰংমহল' শীৰ্ষক তথ্য গধুৰ, দীঘলীয়া প্ৰবন্ধৰ স্থানান্তৰত উক্ত পুথিৰ প্ৰসংগত লিখিছে : "সম্প্ৰতি ব্ৰহ্মপুত্ৰৰ বালিত পুৰণি বুৰঞ্জী এখনৰ কেইটামান পাত আচৰিত ৰকমে পোৱা গৈছে। তাৰপৰা যুদ্ধ কৌশলত নিপুণ অসমৰ সুযোগ্য সন্তান লাচিতে গুৱাহাটীৰ চতুৰ্দিশে প্ৰতি পৰ্বতে-ভৈয়ামে গড়, পৰ্বতৰ হোৰ আদিত একোটা বুৰুজ পাতি তোৱাই, কেচাই, জুমুৰ, কামায়ণ আদি নানা বিধ তোপ-বন্দুক, অস্ত্ৰ-শস্ত্ৰ, থোৱাই অদ্ভুত ৰকমে বেহু পাতি মোগল বাহিনীৰ লগত যুদ্ধ কৰিবলৈ সাজু হোৱাৰ প্ৰমাণ পোৱা যায়।"[৪] ইয়াৰ পিছতে চৌধুৰীয়ে তেখেতৰ লেখাৰ সমৰ্থনত উক্ত সাঁচিপতীয়া পুথিখনৰপৰা দীঘলীয়া উদ্ধৃতি দিছে।

পুথিৰ বিষয় বস্তু আভাস পাবলৈ আমি তলত ২নং ফলকটিৰ-

৩। আৱাহন, ২য় বছৰ, ৩য় সংখ্যা, পৃষ্ঠা ২৪৮

৪। 'আৱাহন'—-য় বছৰ, ৫ম সংখ্যা, ফাগুন, ১৮৫২ শক, পৃষ্ঠা—৪৯০

আখৰ উঠি গৈছে তাত পূৰণ চিন ব্যৱহাৰ কৰা হৈছে

**। প্ৰথম পিঠি ।**

অসুৰৰ আলিৰ মুৰৰপৰা

| | | | |
|---|---|---|---|
| × লৈ পৰ্বত—— | ২২১৫ | | |
| আতে দুহ বেঞ্চত | ০ | ৩ | ৩৩২২ |
| × × × গুড়িলৈ পৰ্বত | ৫২৫ | ৩ | ১৬৭৬ |
| বড়ফুকনৰ ঘাটৰপৰা উদমাৰিৰ | | | |
| বড়সিললৈ × × িলি গড় | ৯০০ | ১ | ৯০০ |
| × × × কৰ | ৪০০ | ২ | ৮০০ |
| আৰে পৰা জুৰিয়ালৈ | ৫০০ | | |
| আৰে পৰা সৰাইলৈ | ×০০ | ৩ | ১২০০ |
| জুৰিয়াৰ পৰা সৰাইলৈ | ৫৩০ | | |
| সৰাই পৰ্বতৰ দুই মেৰত | ১০৬ | ৩ | ৩১৮ |
| সৰাইৰ পৰা কেকুৰিলৈ | ১৪০ | ৩ | ৪২০ |
| তাৰে পৰা লঠিয়ালৈ থলগড় | ২২০ | ০ | ৫৫০ |
| লঠিয়াৰ পৰ্বত | ৩০০ | ০ | ৪৫০ |

**। দ্বিতীয় পাঠ ।**

| | বেঞ্চো | দং | মানুহ |
|---|---|---|---|
| আ × × × চুৰ পৰ্বত | × | | × |
| লঠিয়াৰ পৰা × × × | × | | × |
| × × × থল | ১৩৪৬ | ১ | ১৩৪৬ |
| × × × | ১০০ | ১ | ১০০ |
| আৰেপৰা চিলাৰ পৰ্বত | ৪৪০ | ০ | ৬৬০ |
| আৰেপৰা ৰংমহললৈ থল | ৭০৭ | | × দুই বেওত × × বেং ৩টাং দং |
| আৰে সমুখৰ— | ২০০ | ২ | ৪০০ |

পৰা হুবহু উদ্ধৃতি দিলোঁ। য'ত সমূলি অস্পষ্ট পোৱা গৈছে কিম্বা

| | | | | |
|---|---|---|---|---|
| ৰ পৰ্বত | ১৩৯ | ১ | ১৩৯ | ২ বে. ৫টা দং |
| আৰে পৰা বড়ংলালৈ | | | | ২বে. ৩টা দং |
| থল— | ৩৭৮ | ০ | ৫২২ | ২ বেও ৩ |
| বড়লা পৰ্বত | ২৩৩ | ১ | ২৩৩ | ৩ থা |
| আৰে পৰা মটিয়ালৈ থল | ৫×× | ০ | ৮৫৫ | |
| মাটিয়াৰ পৰ্বত – | ১০০ | ১ | ১০০ | |
| আৰে পৰা দিৰ্ঘেশ্বৰিলৈ | | | | |
| থল— | ১৪০ | ০ | ২৪০ | ৩ থা |

ই যে শৰাইঘাটৰ যুদ্ধৰ বৰ্ণনা তাক অলপ গমি চালেই ধৰিব পাৰি। উক্ত যুদ্ধৰ এনে প্ৰস্তুতিৰ সমৰ্থন পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ "শৰাইঘাটৰ যুদ্ধ"[৫] নামৰ নিবন্ধতো বিচাৰি পাওঁ। অজ্ঞাত বুৰঞ্জী লিখকে শৰাইঘাটৰপৰা বহু আঁতৰৰ ঠাইৰ বিস্তৃত বৰ্ণনা দিলেও এৰা নাই। ২৫নং ফলকৰ দ্বিতীয় পিঠিয়ে তাৰেই ইংগিত বহন কৰিছে:

মাঝ বাট তুৱাৰৰ নামে
দৰংগি ৰজাৰ ভাগৰ
কৰিয়া পাৰ তুৱাৰ—১
সিমা পূৱে ৰতা নদি
পশ্চিমে চন্দনা নদি
এই ৩ ও তুৱাৰে পৰ্বতি
ভোট নামে এই তুৱাৰবোৰ
ৰ সোনা ঘোড়া গান্ধ
চামৰ থল্গা থুঙ্গৰি শোধাই
দৰঙ্গি ৰজাৰ টেকেলা থলৰ
কচাৰি গাওঁলৈ জাই
পৰ্বতিলৈ নাজায়—

অসমৰ পশ্চিম প্ৰান্তৰ যোগীঘোপা অঞ্চলৰ ঠাইৰো নাম, পূৰৰ আদি উক্ত পুথিয়ে সামৰিছে। ১৬নং ফলকৰ প্ৰথম পিঠিত সেই অঞ্চলৰ বৰ্ণনা বিবৃত হৈছে এইদৰে:

৫। পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী, অসম সাহিত্য সভা, ১৮৯৩ শক।

হাসিৰ পৰ্বত তাৰ নামতে জুগিৰঘোপা পৰ্বত
দখিনে কোনে বাগচোনিবাড়ি দুই পৰ্বতৰ মাঝে জিজৰাম নৈই
আহিছে তাৰ কোখতে কাকৰা থানা তাৰ ভাঠি তিসুপুৰৰ থানা
তাৰ সিফালে তেঝাৰনি নৈই কোখতে দৈলংগ থানা মেচপাড়া তাৰ
ভাঠি বিস্তৰ অন্তৰে দুদতলা থানা তাৰ সিফালে হৰি ভিঙ্গকালো
মলুৱা পাড়া দুইৰ মৈধ্যত একখানা তাৰ সিফালে কৰই
বাড়ি কালনহ নদি তাৰ কোখতে একথানা তাৰ সিফালে
বিস্তৰ দুৰ অন্ত ৰে হাথিচলাৰ পৰ্বত বাহুলি ফুকনৰ কোঠ

১৯নং পাতৰ প্ৰথম পিঠিত অজ্ঞাত নামা লিখকে পূৰ্বৰ কোনোবা বাৰৰ মোগল আক্ৰমণৰ স্মৃতি চাৰণা কৰিছে :

হাহিম $\frac{১}{১০}$
বঙ্গালে খাহছে
থলগাঞো উঙ্গুক ১
সামাগাঞো $\frac{১}{১২}$
সিৰা পুবে বকো নাদ
পাছমে দামাল দামালাসঙ্গ
ৰা নদি

পুথিখনত শৰাইঘাট তথা মধ্য অসমৰ উপাৰও গোৱালপাৰাৰ পৰা সদিয়ালৈকে অনেক ঠাইৰ নাম আৰু সিইঁতৰ 'পাৰম্পৰিক দূৰত্বক সামৰা হেতু কি ? এহ প্ৰসংগত পুথিৰ সংগ্ৰাহক লেখাকদেৱৰ মন্তব্য প্ৰণিধান যোগ্য –"পুথিখন পঢ়িলে অনুমান হয় যে ই শৰাইঘাটৰ যুদ্ধৰ সময়ৰ আয়োজন গড়বন্ধা, হিলৈ পোতা আদিৰ কথা কৈছে, নহয় সকলো যুদ্ধৰ সময়তে গোটেই অসম জুৰি যি আয়োজন হয় তাৰ কথা লিখিছে। কিন্তু শৰাইঘাটৰ যুদ্ধৰ কথা লিখাটোৱেই বেছি সম্ভৱ পৰ। লগতে এনে এটাও অনুমান হয় যে যুদ্ধৰ সময়ত অসমৰ ঠায়ে ঠায়ে থকা সৰু সৰু ৰজা, সীমাত থকা ভোট, অকা

ভফলা আদিৰ চকি, কোঠ আদিলৈ কোনো বাতৰি পঠাবলৈ সুবিধাৰ কৰি এই পুথি লিখা হৈছিল।"৬

আজিৰপৰা দুই বা তিনি শতিকা পূৰ্বে অসমত যাতায়ত ব্যৱস্থা কিমান কষ্টকৰ আছিল সি সহজ অনুমানৰ বিষয়। তেনে-ক্ষেত্ৰতো লিখকে ইখন ঠাইৰপৰা সিখন ঠাইলৈ দূৰত্বৰ লেখ স্পষ্টকৈ কোৱাৰ প্ৰয়াস কৰিছে। প্ৰতিখন ঠাইতে কি দৰে সমৰ প্ৰস্তুতি চলোৱা হৈছিল তাৰ পুঙ্খানুপুঙ্খ বিৱৰণ লিখকৰ কাপত ধৰা দিছে। এই বৰ্ণনা লিখকৰ চাক্ষুষ অভিজ্ঞতাৰ ফলশ্ৰুতি বুলি ধৰাটো বোধহয় ভ্ৰান্ত সিদ্ধান্ত নহব। অসমৰ প্ৰায় আটাইকেইখন জিলাৰে সক সক ৰজাবিলাকৰ নাম ইয়াত সন্নিবিষ্ট হৈছে। তাৰ উপৰি ভিন্ ভিন্ ঠাইত অৱস্থিত 'হাজাৰিকীয়া কোঠ' 'শইকীয়া চকি' 'বড়বড়ুৱাৰ ভাগিৰ কোঠ', গোহাঁঞিৰ কোঠ' আদিৰ কথাও বাদ দিয়া হোৱা নাই। ফলস্বৰূপে প্ৰায় সমগ্ৰ অসমৰ লগতে আমাৰ লিখকৰ নিবিড় পৰিচয়ৰ প্ৰমাণ এই সাঁচিপাত কেইখিলাই প্ৰদান কৰিছে। ইয়াৰ প্ৰতিটো পাতৰ যে ঐতিহাসিক তাৎপৰ্য আছে এই কথা সন্দেহ মুক্ত।

বিষয়-বস্তু সম্পৰ্কে এইখিনি কোৱাৰ পিছত পুথিৰ ৰচনা কাল সম্বন্ধে পৰ্য্যালোচনা কৰা যাওক। খণ্ডিত পুথিখনৰ ক'তো ইয়াৰ ৰচনাৰ সময়ৰ বিষয়ত কোনো প্ৰত্যক্ষ অথবা পৰোক্ষ ইংগিত পাবলৈ নাই। বিশেষ কোনো ৰজা কিম্বা ৰাজবিষয়াৰ সম্বন্ধেও পুথিখন নিমাত। সেয়েহে আলোচ্যমান পুথিৰ ৰচনাকাল নিৰূপণ যে শ্ৰম সাধ্য তাক কোৱা বাহুল্য মাথোন।

শৰাইঘাটৰ যুদ্ধৰ সময়ৰ কথা লিখা বুলি লেখাৰুদেৱে মত দিয়াৰ কথা ইতিমধ্যে দুবাৰো উল্লেখ কৰা হৈছে। প্ৰত্নতাত্বিক সোণাৰাম চৌধুৰীয়ে এই ক্ষেত্ৰত দ্বিধাহীন মত প্ৰকাশ কৰিছে আৰু এই বিষয়তো আগতে উদ্ধৃতি দি অহা হৈছে।

৬। বাৰাহন, ২য় বছৰ, ৩য় সংখ্যা, পুহ ১৮৫২ শক পৃষ্ঠা ২৫০।

যুদ্ধৰ আহিলা-পাতি ক'ত কিমান লাগিছিল এই বিষয়ে কওঁতে ১৭ নং ফলকৰ ২য় পিঠিত লিখিছে :

পানিগোজ গড়ৰ মনুছৰ খাঁ
আহিবৰ বেলা লাগিচিল ১২৮০
চটি লাগিচিল ৩২০
দিৰ্ঘে ১৬ হাত পত্তা ১২ আঙ্গুল
গদা ১০ আঙ্গুল

শৰাইঘাটৰ যুদ্ধৰ কথাকে যদি কোৱা হৈছে মনুছৰ খাঁৰ[৭] উল্লেখ কেনেকৈ থাকিব পাৰে? শৰাইঘাটৰ যুদ্ধ শেষ হয় ১৫৯০ শক বা ১৬৬৮ খ্ৰীষ্টাব্দত। আনহাতে নবাব মঞ্জুৰ খাঁই অসম আক্ৰমণ কৰিবলৈ আহি গদাধৰ সিংহৰ দিনত ১৬০৪ শক (মতান্তৰে ১৬০৫ শক) বা ১৬৮২ খ্ৰীষ্টাব্দত পৰাজিত হৈ উভতি যায়। সিয়ে অসমত মোগলৰ শেষ আক্ৰমণ আৰু তেতিয়াই মানাহ নৈ অসম মোগলৰ মাজত সীমা নিৰূপিত হয়।

মঞ্জুৰ খাঁৰ সম্পৰ্কত লেখাকদেৱে মন্তব্য কৰিছে : "মঞ্জুৰ খাঁৰ কথা যিদৰে উল্লেখ আছে তাৰপৰা জানিব পাৰি যে মঞ্জুৰ খাঁ অহাৰ পিছতহে এই পুথি লিখা হৈছিল। সম্ভৱত : খ্ৰী ১৬৮৩ চনত গদাধৰ সিংহৰ দিনত অহা মঞ্জল খাঁৰ কথাকে উল্লেখ কৰিছে। তেনেহলে ই শৰাইঘাটৰ যুদ্ধৰ কথা কৈছে বুলিবলৈ অলপ টান হয়। কিন্তু "লাগে" এই কথা থকাৰ বাবেই আদেশ বুলি নধৰিলে ইয়াকে কব পাৰি যে শৰাইঘাটৰ যুদ্ধৰ কথা ক'লেও পুথিখনি মুছলমানৰ শেষ আক্ৰমণৰ পিছতহে লিখা হৈছিল।"[৮]

আমাৰ সীমিত ইতিহাস জ্ঞানেৰে লেখাকদেৱৰ মতৰ ওপৰত ভেজা দি এই সিদ্ধান্ত কৰিব খোঁজো যে পুথিখনত যুদ্ধৰ আহিলা-

৭। অসমৰ বুৰঞ্জী সমূহত এই নামটি বানান ভিন্ ভিন্ ধৰণৰ দেখা গৈছে —যেনে মঞ্জল খাঁ, মঞ্জৰ খাঁ, মন্সুৰ খাঁ ইত্যাদি।

৮। আৱাহন, ২য় বছৰ, ৪থ সংখ্যা, মাঘ ১৮৫২ শক, পৃষ্ঠা—৪৪১।

পাতিৰ যি বিৱৰণ দিয়া হৈছে বা ঠাইৰ পাৰম্পৰিক দূৰত্বৰ কথা কোৱা হৈছে সি শৰাইঘাটৰ যুদ্ধৰ সময়ৰে হব। তাকে লেখি উলিওৱা হৈছে মঞ্চুৰ খাঁ আগমনৰ পিছত অৰ্থাৎ ১৬৮২ খৃষ্টাব্দৰ পিছত। আৱশ্যক মতে মঞ্চুৰ খাঁৰ আগমনৰ সময়ত প্ৰয়োজন হোৱা আহিলাবো উদাহৰণ দিয়া হৈছে। এনেধৰণে বুৰঞ্জীখনৰ ৰচনা কাল খ্ৰীষ্টাব্দ সপ্তদশ শতিকাৰ শেষ ভাগ বুলি ধৰি লোৱা হ'ল। সপ্তদশ শতিকাৰ শেহৰ ফালে ৰচিত বুলি গৃহীত অন্য দুখন বুৰঞ্জী যেনে পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ সম্পাদনাত প্ৰকাশ পোৱা "পুৰণি অসম বুৰঞ্জী" আৰু ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ দ্বাৰা সম্পাদিত 'অসম বুৰঞ্জী'ৰ ( সুকুমাৰ মহন্তৰ ঘৰৰ ) ভাষাৰ লগত এই সাঁচিপাত কেইখিলাৰ ভাষাৰ কিছু সাদৃশ্য দৃষ্টিগোচৰ হয়। এই যুক্তিয়েও আমাৰ উপৰ্যুক্ত উক্তিত সমৰ্থন যোগায়।

অসমৰ আগশাৰীৰ বুৰঞ্জীবিদ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাইও এই পুথিৰ ৰচনা কালৰ সম্পৰ্কত এনে মতকেই প্ৰকাশ কৰা দেখা গৈছে। তেখেতৰ সুখ্যাত গ্ৰন্থ 'লাচিত বৰফুকন'ৰ প্ৰমাণ পঞ্জীত সন্নিবিষ্ট 'অপ্ৰকাশিত অসম বুৰঞ্জী'ৰ তালিকাত বৰ্তমানৰ অসম বুৰঞ্জীখনকো সামৰা হৈছে। ডক্টৰ ভূঞাৰ মতে এই পুথি 'আনুমানিক ১৬৮১ চনত সংকলিত' [১]। তেখেতৰ পুথি ৰচনাত এই সাঁচিপতীয়া পুথিখনৰ পৰাও যে সনল সংগ্ৰহ কৰিছিল এইটো বিশ্বাস কৰিব পাৰি।

পুথিখন সহজ অসমীয়া গদ্যত প্ৰণয়ন কৰা হৈছে। বক্তব্য বিষয়ক সহজ-সৰলকৈ প্ৰকাশৰ প্ৰচেষ্টা ইয়াত বিদ্যমান। অযথা টান শব্দৰ প্ৰয়োগ নকৰি সকলো বিষয় সহজ-সৰল ভাবে ঘৰুৱা কথাত প্ৰকাশ কৰা বাবে ইয়াক সকলো শ্ৰেণীৰ পাঠকে পঢ়ি বুজিব পাৰে। মুঠতে আলোচ্যমান পুথিয়ে সমসাময়িক কথিত ভাষাৰ প্ৰতিনিধিত্ব কৰিছে বুলি পতিয়ন যাব পাৰি।

সাঁচিপাত কেইখিলাত লিখা সৰ্বনাম শব্দবোৰ মন কৰিব

১। লাচিত বৰফুকন, অসম প্ৰকাশন পৰিষদঃ ১৫ এপ্ৰিল, ১৯৭১, পৃষ্ঠা—২০৫।

লগীয়া। যেনেঃ আৰ, আৰে ( ইয়াৰ বা তাৰ অৰ্থত ), আতে ( ইয়াতে অৰ্থত ), ইদিকি ( এই পিনে অৰ্থত ) প্ৰভৃতি ।

বিৰাম চিহ্নৰ অনুপস্থিতি বৰ্তমান বুৰঞ্জীৰ এটা চকুত লগা বৈশিষ্ট্য। দাৰি, কমা, ছেমিকলন, হাইফেন, হসন্ত আদিৰ প্ৰয়োগ প্ৰাপ্ত পাত কেইটাত পোৱা নাই ।

হ্ৰস্ব-দীৰ্ঘস্বৰ কিম্বা দন্ত্য মূৰ্ধন্য তালব্য আদিৰ ধ্বনিৰ প্ৰয়োগত কোনো বিশেষ ৰীতি অনুসৰণ কৰা যেন নালাগে । দীৰ্ঘস্বৰৰ প্ৰয়োগ অতি সীমিত। যেনে: দিঘেস্বৰি, দিঘে. সইকিয়া, নদি, সিমা আৰু পুবে, মুৰৰ পৰা ইত্যাদি । দীৰ্ঘ 'ঊ' ৰ প্ৰয়োগ সমূলি নাই বুলিব নোৱাৰি। যেনে: ঊজনিত্ৰ, ঊদমাৰি, দাৰুনি পৰ্বত, সৰুতঙ্গাল, সৰুটাটি আদি। 'ণ' ৰ ব্যৱহাৰ অতি কম। 'জ' ৰ লগত 'ঝ' ৰ ব্যৱহাৰ ঠায়ে ঠায়ে কৰা হৈছে। যেনেঃ তেঝাৰণি নৈ, মাঝবাট, মাঝে, মাঝাৰ মেড় আদি । 'য' ৰ ঠাইত 'জ' ৰ প্ৰয়োগ দৃষ্টিগোচৰ হয়। যেনেঃ জাই, নাজায়, জি প্ৰভৃতি। শ, ষ, স ধ্বনিৰ ভিতৰত 'স' ধ্বনিৰ প্ৰয়োগৰ প্ৰৱণতা লক্ষ্য কৰা যায়। যেনে,— সৰাইলৈ ( অৰ্থাৎ শৰাইঘাটলৈ ), বড়সিল, বাড়িসা, দিৰ্ঘেস্বৰি, সেমলুগঢ়, সইকিয়া, সাঙ্গসাৰিলৈ আদি। 'ড়' ৰ ব্যৱহাৰ প্ৰচুৰ পৰিমাণে দেখা যায়। যেনে— বড়ফুকন, বাড়িসা, বালিপড়া, ভেড়পৰ, বড়বড়ুৱা ইত্যাদি ।

বৰ্তমান অসমৰ কিছুমান ঠাই এই বুৰঞ্জীখন লিখাৰ সময়ত বেলেগ ধৰণে জনাজাত আছিল। যেনেঃ 'শদিয়া' ৰ ঠাইত 'সদিয়াহাট', 'যোগীঘোপা' ৰ ঠাইত 'জুগিৰঘোপা' 'বালিপাৰা' ৰ ঠাইত 'বালিপড়া' 'ৰৌটা' ৰ ঠাইত 'ৰতা' ইত্যাদি শব্দৰহে ব্যৱহাৰ দেখা গৈছে । শেষোক্ত নামটোৰ অষ্টাদশ শতিকাৰ প্ৰথম ভাগত ৰচিত বুলি স্বীকৃত 'কথা-গুৰু-চৰিত' প্ৰদত্ত নামৰ লগত সাদৃশ্য লক্ষণীয়— "পাচে ৰ'তাতে ৰহি জ্ঞাতি মিত্ৰে এটা খেতি কৰি খাই সুস্থই ছমাহ আছে"।[১০]

ওপৰৰ বিশ্লেষণৰ পৰা এই সিদ্ধান্তলৈ আহিব পৰা যায় যে

১০। প্ৰথম সংস্কৰণ, ১৮৭৪ শক। পৃষ্ঠা ৪৪।

উক্ত বুৰঞ্জীখনৰ হেৰোৱা পাত বিলাক অথবা তাৰ প্ৰতিলিপি উদ্ধাৰ কৰিব পৰা হলে ইতিহাসৰ অবিস্মৰণীয় অধ্যায় শৰাইঘাটৰ যুদ্ধ কিম্বা আহোম-মোগলৰ সংঘৰ্ষৰ বিষয়ে গৱেষণা কৰিব খোজা সকলক ই প্ৰচুৰ পৰিমাণে সমল যোগোৱাত সক্ষম হব। অৱশ্যে পুথিৰ বিষয় বস্তুলৈ চাই ইয়াৰ নকল খুব বেছি থাকিব পাৰে বুলি আমাৰ মনে নধৰে। সংগৃহীত পাঠখিনিক বৈজ্ঞানিক পদ্ধতিৰে সম্পাদনা কৰি ঘটনাৰ পৰম্পৰা ৰক্ষা কৰি প্ৰকাশ কৰি উলিয়ালে ই অসমীয়া বুৰঞ্জী সাহিত্যৰ এক মূল্যবান সম্পদ ৰূপে সমাদৃত হব। আহোম নৃপতি সকলৰ সু পৰিকল্পিত সমৰ প্ৰস্তুতিৰ বিষয়ে ইমান পুঙ্খানুপুঙ্খ বিবৰণ দিয়া দ্বিতীয় এখন পুথি এতিয়ালৈকে আমাৰ চকুত পৰা নাই। মধ্যযুগীয়া অসমৰ ৰাজনৈতিক ভূগোলৰ অধ্যয়নতো ইয়াৰ প্ৰয়োজনীয়তা অস্বীকাৰ কৰিব নোৱাৰি।

———

# অনুপম অনুবাদ গ্ৰন্থ ঃ ভক্তিবিবেক

শ্ৰীভবানন্দ ডেকা

উপেন্দ্ৰচন্দ্ৰ লেখাৰুদেৱ এজন বিশিষ্ট বৈষ্ণৱ ধৰ্মানুৰাগী আৰু শিক্ষানুৰাগী লোক আছিল। কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপনা কৰা কালতেই তেখেতে সাহিত্য চৰ্চা কৰি সুনাম অৰ্জন কৰে। বৃন্দাবনত থকা কালত তেখেতে অসমীয়া বৈষ্ণৱ ধৰ্ম বিষয়ৰ গৱেষণা কাৰ্যত বহুতক সহায় কৰিছিল। ৺বৈকুণ্ঠনাথ ভট্টাচাৰ্য বিৰচিত ভক্তি বিবেক গ্ৰন্থখন তেওঁ কটন কলেজত থকা সময়ত অনুবাদ কৰে।

ভক্তি বিবেক গ্ৰন্থৰ পাঠ-শুদ্ধি কাৰ্য সম্পাদন কৰিছিল এসময়ৰ কটন কলেজৰ অধ্যক্ষ পণ্ডিত লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায় এম. এ. বেদ-শাস্ত্ৰী মহাশয়ে। তেওঁ তিনিখন পুৰণি সংস্কৃত ভক্তি বিবেক মিলাই পাঠ-শুদ্ধি কৰিছিল আৰু তাক ৺ডক্টৰ বাণীকান্ত কাকতিদেৱক দি গৈছিল। কিতাপখন ৺হৰিনাৰায়ণ দত্ত বৰুৱাই ছপা কৰি উলিয়ায়। ৺লেখাৰুৱে ডক্টৰ বাণীকান্ত কাকতিদেৱৰ পৰা ভক্তি বিবেকৰ শুদ্ধ পাঠৰ মূল সংস্কৃত গ্ৰন্থ পায় আৰু তাকেই অসমীয়ালৈ অনুবাদ কৰে। তেওঁ সংস্কৃত গ্ৰন্থৰ ছায়ানুবাদ কৰা বুলিহে নিজে কৈছে। অনুবাদ কাৰ্যত সেই সময়ৰ কটন কলেজৰ অধ্যক্ষ ৺শ্ৰীনাথ চক্ৰবৰ্তী আৰু অধ্যাপক ৰজনীকান্ত শৰ্মাৰপৰা সহায় পাইছিল। এই অমূল্য সংস্কৃত গ্ৰন্থখন অসমীয়াত অনুবাদ কৰি লেখাৰুদেৱে এটি মহৎ কাম কৰি গৈছে। এই কামৰ বাবে তেওঁ আমাৰ সকলোৰে ধন্যবাদৰ পাত্ৰ। কিতাপখনৰ প্ৰথম ভাঙৰণ প্ৰকাশক শ্ৰীগুণমণি বৰাই প্ৰকাশ কৰি আইজৰ হাতত দিয়ে।

ভক্তি বিবেক গ্ৰন্থত লেখাৰুদেৱে যিখন পাতনি লিখিছে তাক অনুধাৱণ কৰা প্ৰয়োজন। তেওঁ লিখিছে—"এই গ্ৰন্থৰ প্ৰতিপাদ্য বিষয় হ'ল এক শৰণ ধৰ্ম। ভাগৱতৰ বাহিৰেও আন নানা শাস্ত্ৰৰ পৰা সাৰ কাঢ়ি আনি ভক্তি ধৰ্মৰ তাৎপৰ্য ফঁহিয়াই দেখুৱাইছে। ......ভক্তি বিবেকৰ এটা বিশেষ ঐতিহাসিক মূল্য আছে। বিশিষ্ট ব্ৰাহ্মণ পণ্ডিত এজনৰ দৃষ্টিভংগিত এক শৰণ ভক্তি ধৰ্ম কেনেকৈ ধৰা পৰিছে আৰু প্ৰকৃততে দামোদৰদেৱৰ ধৰ্মনো কি আছিল, শংকৰদেৱৰ মতৰ সৈতে ইয়াৰ মিল আছেনে নাই, সকলো এই গ্ৰন্থৰ পৰা ফটফটীয়াকৈ দেখা যায়।" তেওঁ আৰু কৈছে "অসমৰ বৈষ্ণৱ সমাজত মহাপুৰুষীয়া, দামোদৰীয়া আদি বিভাগবোৰ মূল মতৰ প্ৰভেদৰ-পৰা উদ্ভৱ হোৱা বুলি ভবা লোকসকলেও ইয়াৰপৰা সত্য পাব পাৰিব।" লেখাৰুদেৱে আৰু কৈছে "ভট্টদেৱ কেৱল মহা পণ্ডিতেই নাছিল, তেওঁ ধৰ্ম বিলোৱা গুৰুও আছিল। গতিকে তেওঁৰ গ্ৰন্থ প্ৰমাণ গ্ৰন্থ যে সন্দেহ নাই।" ভট্টদেৱেও এক শৰণীয়া নাম-ধৰ্ম বিলাইছিল। এনে ক্ষেত্ৰত এই গ্ৰন্থখনত থকা কথাৰ বিষয়ে তেওঁ লিখিছে - "এক শৰণীয়া হলে কৰ্ম-কাণ্ড থাকে নে নাথাকে, থাকে যদি কিমান দূৰ থাকে আৰু কেনে কৰ্ম থাকে, কৰ্ম থাকিলে ভিন্ন দেৱতা স্বীকাৰ কৰা হয় নে নহয়, হয় যদি এক শৰণৰ সৈতে কেনেকৈ সমন্বয় ঘটোৱা হয় সকলো কথা এই গ্ৰন্থৰপৰা জানিব পাৰি।" লেখাৰুৱে এই সম্পৰ্কে নিজে বিশ্লেষণমূলক ব্যাখ্যা নকৰি ৺কাকতিদেৱৰ 'বাঁহী'ৰ দ্বাদশ বছৰ চতুৰ্থ সংখ্যা আলোচনাৰ এটা অংশ তুলি দি ভট্টদেৱে স্মৃতি আৰু ভক্তি-ধৰ্মক কেনেদৰে মিলাইছে তাক দেখুৱাইছে।

'ভক্তিবিবেক' ৺বৈকুণ্ঠনাথ ভট্টাচাৰ্য (ভট্টদেৱ) বিৰচিত এখনি সংস্কৃত গ্ৰন্থ। শ্ৰীশ্ৰীদামোদৰদেৱৰ প্ৰয়াণৰ ২৩ বছৰ পিছত এই গ্ৰন্থখন ৰচনা কৰা হয়। ইয়াৰ আগেয়ে দামোদৰদেৱৰ জীৱিত কালত তেৰাৰ আদেশত কথা ভাগৱত, কথা-গীতা বৈকুণ্ঠনাথে

প্ৰণয়ণ কৰে। কথা-ভক্তি ৰত্নাৱলী গ্ৰন্থখনো কথা বন্ধে ভট্টদেৱে দামোদৰদেৱৰ আদেশ মতেই ৰচনা কৰে বুলি অনুমান কৰা হয়।

মহাপুৰুষীয়া দামোদৰী সম্প্ৰদায়ৰ মূল গ্ৰন্থ তিনিখন কথা ভাগৱত, কথা গীতা আৰু কথা-ভক্তি ৰত্নাৱলী। এই তিনিখনে প্ৰস্থানত্ৰয়ী'ৰ স্থান লাভ কৰা বুলি কিছুমানে কব খোজে। ভক্তি বিবেক ইয়াৰ বাহিৰত। এই সম্প্ৰদায়ৰ ধৰ্ম মতৰ বৈশিষ্ট্য কি চাব খুজিলে প্ৰস্থান ত্ৰয়ীৰ স্থান লাভ কৰা কথা-ভাগৱত, কথা-গীতা আৰু কথা-ভক্তি ৰত্নাৱলীৰপৰাহে পাব পাৰি। ভক্তি বিবেকত দামোদৰদেৱৰ স্বকীয় ধৰ্মমত প্ৰকাশ পোৱা নাই।

তথাপি ভক্তি বিবেক গ্ৰন্থখন ভট্টদেৱে ১৫৪৩ শকত অৰ্থাৎ ১৬২২ খ্ৰীষ্টাব্দৰ মাঘ মাহৰ ৰবিবাৰে লিখি শেষ কৰে। গ্ৰন্থৰ শেষত আছে—

"শ্ৰীমদ্দামোদৰবৰসদোমণ্ডপেসাধুযুক্টে স্থিতন্
শ্ৰীকৃষ্ণদিষ্টাত্তদনুগতবতৌ সৰ্ব্বশাস্ত্ৰানুসাৰাৎ।
শ্ৰীমদ্ভক্তিবিবেকগ্ৰন্থমকৰোৎ শাকেহগ্নিবেদেষুভি
শ্চন্দ্ৰে মাঘদিনে দিনেশদিবসে তেনৈৱ তুষ্যেদ্ধৰিঃ॥"

গীতা-ভাগৱতৰ ওপৰত প্ৰতিষ্ঠিত অসমীয়া এক শৰণ নাম ধৰ্মৰ ভিতৰত নতুন কথাৰ অৱতাৰণা কৰি ভক্তি বিবেকে মহাপুৰুষীয়া দামোদৰী ধৰ্মৰ বেলেগ ব্যাখ্যা দাঙি ধৰে। এই গ্ৰন্থখন লিখাৰ বাবে তেওঁ দামোদৰদেৱৰপৰা কোনো প্ৰত্যক্ষ নিৰ্দেশ পোৱা নাছিল। কথা-গীতা, কথা-ভাগৱত ৰচনাৰ ক্ষেত্ৰত ভট্টদেৱে দামোদৰদেৱৰ আদেশ আৰু পৰামৰ্শ লাভ কৰিছিল।

"আৰু এক জগত ঈশ্বৰ আজ্ঞা ধৰা।
কথা বন্ধে একখণ্ড ভাগৱত কৰা॥
পূৰ্ব্বে মহাপুৰুষে কৰিলা দশস্কন্ধ।
কীৰ্ত্তন ভটিমা ছবি ছুলড়ি সুছন্দ॥

তাত কৰি সুগম কৰিয়ো ভাগৱত ।
স্ত্ৰী শূদ্ৰে সৰ্ব্বলোকে বুঝে যেন মত ॥ (গুৰু-লীলা)

আৰু আছে :

শ্ৰীভট্টদেৱৰ মহিমাক কোনে
সবিশেষ পায় অন্ত ।
প্ৰভুৰ আজ্ঞায়ে বাঢ় স্কন্ধ ভাঙ্গি
কথা ৰূপ কৰিলন্ত ॥
গীতা ৰত্নাৱলী কথা ৰূপে তাকো
কৰিলন্ত বিৰোচন ।" (গুৰু-লীলা)

আমি ভাবিব পাৰোঁ যে ভট্টদেৱে তলৰ কথাখিনি দামোদৰ-দেৱৰপৰা পোৱা পৰোক্ষ নিৰ্দেশ হিচাপে লৈছিল যাৰ ভিত্তিত তেওঁ ভক্তি-বিবেক লিখিছিল ।

"ব্ৰাহ্মণৰ নিত্য নৈমিত্তিক নেৰুৱাবা ।
আপুনিও স্নান সন্ধ্যা পূজা আচৰিবা ॥
আপুনি শুনিলা নৃপতিৰ দুশ্চেষ্টাক ।
কৰ্ম এৰাইলেক বুলি নিয়াই আমাক ॥" (গুৰু-লীলা)

মহাপুৰুষ দামোদৰদেৱে, শ্ৰীমন্ত শংকৰদেৱে প্ৰকাশ কৰা ভক্তি-ধৰ্মকেই গ্ৰহণ কৰি তাৰ বিস্তাৰ সাধনত ব্ৰতী হৈছিল । এই কথা আমি দামোদৰদেৱৰ প্ৰধান শিষ্য ৺শ্ৰীহৰিদাস আৰু গোপালচৰণ দ্বিজৰ লিখনিৰপৰা পাওঁ । মহাপুৰুষ দামোদৰদেৱেও একশৰণ নাম-ধৰ্ম প্ৰচাৰ কৰিছিল । শংকৰ-মাধৱৰ যি ধৰ্ম দামোদৰ-ভট্টদেৱৰো সেই একে ধৰ্ম । দামোদৰদেৱেও অন্য দেৱ ভজিবলৈ বাধা কৰিছিল, কেৱল শ্ৰৱণ-কীৰ্তনৰ জৰিয়তে ভগৱন্তৰ প্ৰতি ভক্তি অৰ্ঘ্য যাচিবলৈ কৈছিল । কিন্তু সেইজনা মহান পুৰুষে পৰীক্ষিত ৰজাৰ ৰাজ্যলৈ যাবলৈ ওলোৱাত ভট্টদেৱক ৰজাৰ বোষৰপৰা ৰক্ষা পোৱাৰ বাবে নিত্য-নৈমিত্তিক কৰ্ম কৰিবলৈ আদেশ দিছিল যাতে তেওঁ ৰজাৰ দুশ্চেষ্টাৰ মেৰপাকত নপৰে । ভট্টদেৱেও দামোদৰদেৱৰ দৰে বুজিছিল যে বাহ্যিক ক্ৰিয়া কাণ্ডৰ মূল্য নাই ।

'বিশেষত আৰু প্ৰভু দামোদৰে
পূৰ্বত আজ্ঞা কৰিছা।
বাহিৰত বেৰা দিয়া ভিতৰত
দেখিবা সকলো মিছা॥" (গুৰু-লীলা)

ভট্টদেৱে গুৰুৰ আদেশ পালন কৰি কৈছিল -

"বেৰা দিয়া ভক্তি কৰিবে বুলাইছা
পূৰ্বে দেৱ দামোদৰে।
তাকে আচৰন্ত বাহিৰে দেখান্ত
সুবুজয় অজ্ঞ নৰে॥" (গুৰু-লীলা)

গতিকে দেখা যায় মহাপুৰুষ দামোদৰদেৱৰ প্ৰয়াণৰ পিছত ভট্টদেৱে গুৰুৰ বাক্য ৰাখিবৰ হেতু মহাপুৰুষীয়া ধৰ্মৰ দামোদৰী সম্প্ৰদায়ৰ ওপৰত নতুন ৰহণ সানি দিয়ে। সেয়ে একশৰণ নাম-ধৰ্মক নতুনকৈ সজাই-পৰাই লোৱাৰ দুটা কাৰণ আমি দেখা পাওঁ - (১) দামোদৰদেৱৰ আজ্ঞা পালন, আৰু (২) একশৰণ নাম-ধৰ্মৰ বিৰোধী ব্ৰাহ্মণ সমাজক ধৰ্মৰ ভিতৰলৈ আকৰ্ষণ কৰা যাতে ধৰ্ম বিস্তাৰত 'উপচক্ৰই' বাধাৰ প্ৰাচীৰ হৈ নুঠে।

"কৰ্ম্মৰ ভাগক লোকক দেখান্ত
আপুনিও আচৰিয়া।
বিমুখ বিপ্ৰক সমুখ কৰিলা
ভক্তি উপদেশ দিয়া॥" (গুৰু-লীলা)

ভট্টদেৱে নতুন বিধানেৰে এই ধৰ্মৰ প্ৰতি বিমুখসকলকো সমুখলৈ আনিব পাৰিছিল। এইবোৰ কৰিবলৈ যাওঁতে তেওঁ দামোদৰদেৱৰ দিনত থকা কঢ়া নিয়মৰ কিছু শিথিল কৰিব লাগিছিল। সেয়েহে তেওঁ শ্ৰীমদ্ভক্তিবিবেক গ্ৰন্থখন ৰচনা কৰে।

বৈকুণ্ঠনাথ ভট্টাচাৰ্য বা ভট্টদেৱৰ জন্ম স্থান বৰনগৰৰ ওচৰৰ ভেল্লাগ্ৰাম। তেওঁৰ পিতৃ কবি সৰস্বতীৰ ঘৰ আছিল বজালীৰ বিহুনকুচিত। বৈকুণ্ঠনাথে বৰনগৰৰ গোপালদেৱৰ টোলত পঢ়ি শাস্ত্ৰজ্ঞ

পণ্ডিত হৈ উঠে। ভট্টদেৱৰ জন্ম হয় ১৪৮০ শক বা ১৫৫৮ খৃঃত আৰু তিৰোধান ঘটে ১৫৬০ শক বা ১৬৩৮ খৃঃত। পিতৃৰ আজ্ঞামতে তেওঁ পাটবাউসীলৈ গৈ দামোদৰদেৱৰ ওচৰত শৰণ লৈ একশৰণ নাম-ধৰ্ম গ্ৰহণ কৰে। ভট্টদেৱ অতি পণ্ডিত লোক আছিল।

পণ্ডিত গহন প্ৰচণ্ড পৰম
যাৰ সম নাহি কেৱ।
পদ পদাৰ্থত যোৰস্থা নাহিকে
সাক্ষাতে যে ব্যাসদেৱ॥
মহা সত্য ধীৰ গুণৰ মন্দিৰ
পণ্ডিতৰ শিৰোমণি।
সুৱকত স্তম্ভ সদৃশ শৰীৰ
প্ৰকাশ কৰা ধৰণী॥
শ্যাম কলেৱৰ প্ৰকৃতি সুন্দৰ
একো অঙ্গে মুহি হীন।"

শ্ৰীমদ্ভক্তিবিবেক গ্ৰন্থখনত বৈকুণ্ঠনাথৰ "কবিৰত্ন" আৰু "ভাগৱত ভট্টাচাৰ্য" দুয়োটা উপাধি পোৱা যায়। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে ভট্টদেৱ কৃত কথা-গীতাত সংযোজন কৰা ভট্টদেৱৰ জীৱনীত ভক্তি-বিবেক সম্পৰ্কে এনেদৰে কৈছে: "এইখন ভট্টদেৱে লিখা এখন সংস্কৃত গ্ৰন্থ। ই এখন বৈষ্ণৱ ধৰ্ম সম্পৰ্কে বিষ্ণুপুৰী সন্ন্যাসীৰ ভক্তি-ৰত্নাৱলীৰ শ্ৰেণীৰ পুথি। ভট্টদেৱে বিষ্ণুপুৰী সন্ন্যাসীৰ ভক্তি-ৰত্নাৱলীৰ অসমীয়া কথা কৰিছিল; কাজেই তেওঁ সেই পুথিৰপৰা অনেক সহায় পাইছিল বুলি ভাবিব পাৰি। কিন্তু ৰত্নাৱলীৰ লগত ভক্তি বিবেকৰ এক বিষয়ত অমিল দেখিবলৈ পোৱা যায়। বিষ্ণুপুৰীয়ে ৰত্নাৱলীত কেৱল ভাগৱতৰ পৰাহে শ্লোক উদ্ধাৰ কৰিছে। কিন্তু ভক্তি-বিবেকত ভাগৱতৰ বাহিৰেও অনেক পুৰাণৰপৰা শ্লোক উদ্ধাৰ কৰিছে আৰু তাত বাজেও তেওঁ ৰুদ্ৰ যামল, বিষ্ণু যামল আদি শাস্ত্ৰৰপৰাও প্ৰমাণ উদ্ধাৰ কৰিছে। এঠাইত ঋকবেদৰপৰাও ঋক্ উদ্ধাৰ কৰা দেখা যায়।"

ভক্তি-বিবেকত মুঠ পোন্ধৰতা অধ্যায় আছে। প্ৰস্তাৱনাত ভট্টদেৱে পুৰুষোত্তম কৃষ্ণ গুৰুক নমস্কাৰ জনাইছে। 'যাৰ নাম ভক্তি ৰস-সমুদ্ৰতীৰ প্ৰকাশক সূৰ্য স্বৰূপ মুক্তি দাতা, যাত মগ্ন হোৱা লোকে ত্ৰৈলোক্যৰ সম্পত্তিকো আনন্দৰ কাৰণ বুলি নাজানে, যাৰ সেৱাই শুভমতি দিয়ে আৰু জগত পবিত্ৰ কৰে, যাৰ জ্ঞানেই মোক্ষ, সেই পুৰুষোত্তম কৃষ্ণ গুৰু তোমাক নমস্কাৰ কৰো।"

প্ৰস্তাৱনাৰ দ্বিতীয় দফাত ভট্টদেৱে কৈছে যে হিন্দু ধৰ্মৰ সনাতন পথৰ কথা কেৱল শ্ৰীমদ্ভাগৱততেই যে পোৱা যায় এনে নহয় শ্ৰুতিৰ দৰে মান্য আন শাস্ত্ৰসমূহতো সনাতন পথত কথা কোৱা আছে। সেযে তেওঁ ভক্তিবিবেকত ভাগৱতৰ বাহিৰেও ঋক্ বেদ, গীতা, পুৰাণাদি বহু শাস্ত্ৰৰপৰা শ্লোক উদ্ধাৰ কৰিছে। "শ্ৰীমদ্ভাগৱতত ভগৱন্ত সেৱাৰ যি সনাতন পথৰ কথা কোৱা হৈছে তাক আন ক'তো কোৱা নাই। এনে উক্তি দূৰ কৰি শ্ৰুতিৰ দৰে মান্য আন শাস্ত্ৰসমূহৰপৰা সাৰ সংগ্ৰহ কৰি অমল ভক্তিবিবেক সংগ্ৰহ কৰিলো" বুলি ভট্টদেৱে কৈছে।

ভক্তি বিবেকত সন্নিবিষ্ট পোন্ধৰতা অধ্যায় যথাক্ৰমে—ভক্তিস্থান নিৰ্ণয়, গুৰু-শিষ্য নিৰ্ণয়, শৰণ নিৰ্ণয়, নাম মাহাত্ম্য, ভগৱৎ ভক্তি মাহাত্ম্য, সৎসংগ নিৰ্ণয়, শ্ৰৱণ-কীৰ্তনাদি নিৰূপণ, নমস্কাৰ মাহাত্ম্য (পূজা মাহাত্ম্য) শ্ৰবণ নিৰ্ণয়, কীৰ্তন নিৰ্ণয়, স্মৰণ মহিমা নিৰ্ণয়, পাদসেৱন, অৰ্চন নিৰূপণ (পূজা নিৰ্ণয়), দাস্য নিৰূপণ, ভগৱৎ প্ৰীতিৰ সত্যত্ব নিৰূপণ।

এই অধ্যাবোৰৰ ভিতৰত শৰণ নিৰ্ণয়ত এক শৰণ ধৰ্ম সম্পৰ্কে ভট্টদেৱৰ নিজা অভিমত সুন্দৰভাৱে প্ৰকাশ পাইছে। ইয়াত প্ৰথমতে কৈছে যে একশৰণ ধৰ্মত সকলো ধৰ্ম পৰিত্যাগ কৰি কেৱল ভগৱন্তৰ ওচৰত শৰণ লব লাগে। শ্ৰুতি-স্মৃতি, বিধি-নিষেধ সকলো ত্যাগ সকলো দেহীৰ একমাত্ৰ আত্মাক অন্তৰ্যামী দৃষ্টিৰে উপলব্ধি কৰি শৰণ লবলৈ কোৱা হৈছে। অৱশ্যে এই অধ্যায়ত ভট্টদেৱে একশৰণ ধৰ্মৰ দুটা ভাগ কৰি দেখুৱাইছে "জায়াদি নি:স্পৃহস্য সৰ্ব্ব-ধৰ্ম্ম-ত্যাগ

শৰণম্” আৰু “তদ্ৰহিতস্য স্বধৰ্ম্মসহিতমেবান্যদেৱতা ভজন ত্যাগ শৰণ।” গতিকে দেখা যায় ‘জায়াদি নিস্পৃহৰ সৰ্ব্ব ধৰ্ম্ম ত্যাগ স্বৰূপ শৰণ আৰু স্পৃহাৱন্তৰ স্বধৰ্ম্ম-সহিত অন্য দেৱতা ভজন ত্যাগ স্বৰূপ শৰণ।’ ড° মহেশ্বৰ নেওগৰ ভাষাত কবলৈ হলে—“প্ৰথম বিধত গৃহাদিত অনাসক্ত-সকলে স্বধৰ্ম অৰ্থাৎ নিজ বৰ্ণ আৰু আশ্ৰমৰ ধৰ্ম কামবোৰ সম্পূৰ্ণৰূপে ত্যাগ কৰে। কিন্তু দ্বিতীয় বিধত পুত্ৰ ভাৰ্যা, ধন-তমুত আসক্ত সকলৰ কাৰণে স্বধৰ্ম ত্যাগ বিধেয় নহয়; গতিকে তেনে ভক্তই কৰ্ম্ম কৰিব লাগে। তাতে ভট্টদেৱে প্ৰশ্ন তুলিছে, কৰ্ম্ম কৰিবলৈ গলেই যে অন্য দেৱতা পূজা আহিব আৰু ধৰ্মটিৰ মূল সূত্ৰ একশৰণ উৰ্ফাৰি যাব “নমু কৰ্মনি ক্ৰিয়মানে নানাদেৱতা পূজা স্যাৎ, কথমেকশৰণং।” ভট্ট-দেৱে ইয়াৰ উত্তৰত কৈছে যে “কাম্য নিষিদ্ধ বৰ্জ্জনাৎ নিত্য নৈমিত্তিকেষু ভগবদ্ৰূপতয়া তদাজ্ঞযা ন চ দোষো।” কৰ্ম্ম চাৰিবিধ নিত্য, নৈমিত্তিক, কাম্য আৰু নিষিদ্ধ। ভট্টদেৱে শাস্ত্ৰৰ উদ্ধৃতিৰে কৈছে, ভক্তই পিছৰ দুবিধ কৰ্ম্ম বৰ্জ্জন কৰি নিত্য আৰু নৈমিত্তিক কৰ্ম ঈশ্বৰৰ আজ্ঞা বুলি, আৰু তাক নাপালিলে দোষ হব বুলি কৰিব। তাতে আকৌ সকলো প্ৰকাৰৰ নিত্য-নৈমিত্তিক কৰ্ম্ম কৰিব নালাগে, অপৰিহাৰ্য কিছুমানহে কৰ্ত্তব্য, “কানি নিত্যানি? সন্ধ্যাকীনি। কানি নৈমিত্তি কানি? পুত্ৰ জন্মাত্মনুবন্ধীনি।” সেয়েহে দামোদৰদেৱৰ উপদেশ “আপুনিও স্নান সন্ধ্যা পূজা আচৰিবা।” নৈমিত্তিক কৰ্ম্মৰ ভিতৰত দুৰ্গা পূজা দামোদৰদেৱে স্বীকাৰ কৰা নাছিল।’

দেখা যায় যে ভট্টদেৱে দামোদৰদেৱৰ ওচৰত শৰণ লোৱাৰ পিছত একান্ত কৃষ্ণ ভক্ত পৰায়ণ হৈ পৰিছিল। দামোদৰদেৱৰ প্ৰয়াণৰ পিছত ভট্টদেৱৰ ওপৰত ধম প্ৰচাৰৰ গুৰুভাৰ পাৰছিল আৰু তাক পালন কৰিবলৈ আপ্ৰাণ চেষ্টা চলাইছিল। তেওঁ পাটবাউসীত থাকি ধৰ্ম পালন কৰি আছিল। শেষ বয়সত তেওঁ ব্যাসকুছিত সত্ৰ পাতি থাকে আৰু তাতেই নশ্বৰ দেহৰ সমাপ্তি ঘটে। এই খিনিতেই পাট-বাউসীৰ সত্ৰাধিকাৰ ৺ৰামদেৱ অধিকাৰ গোস্বামীয়ে গুৰুলীলাৰ (সন্ত

যশামৃত) ভূমিকাত দামোদৰী সম্প্ৰদায়ৰ ধৰ্মমতৰ বিষয়ে কোৱা কথাখিনি তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ। তেওঁৰ কথা—শ্ৰীশ্ৰীদামোদৰদেৱৰ আটাইবোৰ চৰিত্ৰৰ ভিতৰত এইখনেই বেছি প্ৰাধাণ্য এই চৰিত্ৰ মতে দেখা যায় যে অসমৰ বৈষ্ণৱ সম্প্ৰদায় সকলোৰে একে মত আৰু একে দাস্য আৰু বাৎসল্যভাৱ। মহাপুৰুষীয়া, দামোদৰী আৰু হৰিদেৱী তিনিও সম্প্ৰদায়ৰ মূল ভাব মাত্ৰ এটা। 'শাস্ত্ৰত উত্তম, গীতা ভাগৱত, ধৰ্মৰ উত্তম নাম; দেৱৰ উত্তম দৈৱকী নন্দন, চৰণে কৰোঁ প্ৰণাম।" এয়ে তিনিও সম্প্ৰদায়ৰ মূলমন্ত্ৰ। ভক্ত মাত্ৰেই ভগবান আৰু ভকতৰ জাতিৰ বিচাৰ কোনেও নকৰাহে প্ৰমাণ পোৱা যায়।

দামোদৰদেৱে ভক্তসকলক কৈছিল—"অন্য দেৱ নভজিবা, ভক্ত-দ্ৰোহ নাচাৰিবা, কৰিবাহা শ্ৰৱণ-কীৰ্ত্তন।" আৰু "অন্য দেৱতাত সম্বন্ধ নকৰি, চিন্তিবা হৰি চৰণ। শ্ৰৱণ-কীৰ্তন স্মৰণ অৰ্চন বন্দনা পদ নেৰিবা। নববিধ ভক্তি যিমান পাৰাহা সিমানক আচৰিবা।"

"তীৰ্থক সেৱন দেৱী উপাসন
ধৰ্ম-কৰ্ম যাগ-যোগ।
ৰাম কৃষ্ণ নামে সকলো সিজয়
ন লাগে একো উদ্যোগ॥"

ভট্টদেৱে অন্যদেৱ পূজা, পিতৃ শ্ৰাদ্ধ আদিৰ বিধান দি কৈছে যে হৰিৰ কীৰ্তনৰ দ্বাৰাই সকলো সিদ্ধ হয়। হৰিলৈ আগবঢ়োৱা নৈবেদ্যৰে পিতৃ শ্ৰাদ্ধাদি কৰিব পাৰি।

সাত্বত তন্ত্ৰতো কৈছে ঃ

"গৃহাশ্ৰমী ভকতৰ শুনা যেন নয়।
কাম্য কৰ্ম্ম বিধিক যে তেজিব নিশ্চয়॥
নিত্য নৈমিত্তিক আৱশ্যক বুলি যাক।
বুদ্ধিত বিষ্ণুক স্মৰি কৰিবেক তাক॥
যদি বোলা নিত্য কৰ্মাদিত বিধিগণ।
অন্য দেৱ পূজা কিছু কৰে নিৰূপণ॥

শুনিয়ো উত্তৰ কৃষ্ণ পূজা কৰি পাছে ।
হৃদয়ে কৃষ্ণক ধৰি পূজিবাক আছে ॥
আম বেলা দেৱৰ যে পৃথকে পূজন ।
কদাচিতো মনে নকৰিবি স্মৰণ ॥
কিন্তু ভাৰ্য্যা পুত্ৰ মিত্ৰ আনো বন্ধুগণ ।
তেজি কৃষ্ণপদে যিটো পশয় শৰণ ॥
কৃষ্ণৰ কথাত মাত্ৰ সৰ্ব্বদাই ৰতি ।
তাৰ কিছু কৰ্ম্ম নাহি কহিলোঁ সম্প্ৰতি ॥
অন্য দেৱ পূজা কিন্তু নিষেধ সবাৰ ।

নীলকণ্ঠ দাসৰ শ্ৰীশ্ৰীদামোদৰদেৱ চৰিত্ৰত আছে—

"বেদ মতে শ্ৰাদ্ধ আদি ক্ৰিয়া কৰ্ম যত ।
ভকতিৰ মতে শুদ্ধ কেৱল নামত ॥"

ৰজাৰ আক্ৰোশৰপৰা ৰক্ষা পোৱাৰ বাবে দামোদৰদেৱে ভট্টদেৱক নিত্য-নৈমিত্তিক কাম সাধাৰণভাৱে পালন কৰি একাগ্ৰ চিত্তে ভক্তি ধৰ্ম প্ৰচাৰ কৰি এক শৰণ নামধৰ্মহে পালন কৰিবলৈ নিৰ্দ্দেশ দিছিল।

ভট্টদেৱক বুজিবলৈ হ'লে, তেওঁৰ 'ভক্তিবিবেক' গ্ৰন্থখনিও চাবই লাগিব। সুপণ্ডিত লেখাৰুৱে এইখনি গ্ৰন্থ সম্পাদনা কৰি আমাৰ সমাজৰ আগত দাঙি ধৰি অসমৰ ধৰ্ম তথা সংস্কৃতিৰ অধ্যয়নৰ ক্ষেত্ৰত এটি মূল্যবান বৰঙণি যোগাই গৈছে। দামোদৰী সম্প্ৰদায়ৰ লোকে এই গ্ৰন্থখন পঢ়ি দামোদৰী ধৰ্মও যে প্ৰকৃতাৰ্থত একশৰণীয়াহে তাক জানিব পাৰে। তদুপৰি দামোদৰী ধৰ্মত যে প্ৰকৃতাৰ্থত অন্য দেৱ-দেৱীৰ পূজা নাই তাক জনা যায়। এই গ্ৰন্থৰপৰা আমি ইয়াকো জানিব পাৰোঁ যে হৰিনাম কীৰ্তন, হৰিৰ নিবেদিত প্ৰসাদেৰেই পিতৃ কৰ্ম, দেৱ-কৰ্ম সমাধা কৰিব পাৰি।

— —

# লেখাৰুৰ মহৎ কৃতি ঃ কথা গুৰু-চৰিত

ড° নবীনচন্দ্ৰ শৰ্ম্মা

অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৱে পুৰণি অসমীয়া সাহিত্যৰ মন্দিৰত প্ৰৱেশ কৰিছিল -প্ৰত্নতত্ত্বৰ জিজ্ঞাসা ভৰা অন্তৰৰ সৈতে। অসমীয়া সাহিত্যৰ নভোমণ্ডলৰ এটি বিশেষ কক্ষ-পথত দিগন্ত বিসাৰী জ্যোতিসহ তেওঁ বিচৰণ কৰিছিল; সেই কক্ষপথ বিশেষকৈ পুৰণি-পুথি সংগ্ৰহ, সংকলন, সম্পাদন, সংবিশ্লেষণ আৰু সমালোচনাত পৰিসীমিত আছিল। ড° মহেশ্বৰ নেওগে যথাৰ্থ ভাৱেই উল্লেখ কৰিছে ঃ "উপেন লেখাৰু ব্যক্তিগতভাৱে পুৰণি পুথি উদ্ধাৰৰ কামত প্ৰবৃত্ত হৈছিল।" [১]

"পুৰণি পুথি আমি সকলোৱে দেখিছোঁ, পঢ়িছোঁ আৰু আমি ইয়াক শ্ৰদ্ধা কৰি আহিছোঁ। সবদেশত, সৰ্বসমাজত, সৰ্বজনৰ মাজত ইয়াৰ সমাদৰ দেখা যায়। অতি প্ৰাচীন কালৰেপৰা অসমীয়া সমাজত পুৰণি পুথিয়ে শ্ৰদ্ধা আৰু আদৰ লাভ কৰি আহিছে। অসমৰ বৈষ্ণৱ সমাজে মূৰ্তি-পূজা নকৰে, পুথি থাপন কৰিহে উপাসনা কৰে।" [২] অতি পুৰণি কালৰেপৰা অসমৰ সামাজিক, ধৰ্মীয় আৰু অধ্যাত্মিক জীৱনত পুথিয়ে কিদৰে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আছে, সেই সেই বিষয়ে কবলৈ গৈ ড সূৰ্যকুমাৰ ভূঞাই এইদৰে উল্লেখ কৰিছে ঃ Assamese Hindus have a belief that an impending

১। ড° মহেশ্বৰ নেওগ ঃ অসমীয়া সাহিত্যৰ ৰূপ-ৰেখা, পৃঃ ৩৩৫।

২। Dr. S. K. Bhuyan :—A note on Assamese Manuscripts, P. XIV. (Descriptive Catatlogue of Assamese Manuscripts.)

calamity in the shape of the disastrous Consequences of an illness and other misfortunes, can be averted by a solemn promise to arrange for the recital of a few chapters of the Scriptures. To touch a Copy of the Kirtana, the Bhagavata or The Gita, is regarded as an infallible token of the sanctity of a man's oath and promise." [৩]

অসমীয়া সমাজতেই নহয়, পৃথিৱীৰ প্ৰায় বিলাক দেশ আৰু সমাজতেই যুগে যুগে পুৰণি পুথি সমাদৃত হৈ আহিছে। এতিয়া প্ৰশ্ন হ'ল পুৰণি পুথি কাক বোলে? অতীতত লিখা পুথিকেই আমি সাধাৰণতে পুৰণি পুথি বোলোঁ। অৱশ্যে এই অনুমানটো সত্য-আংশিক ভাবেহে। পুৰণি পুথিৰ সূত্ৰ "Chambers Dictionary" য়ে এইদৰে দিছে:—"a book or document written by hand before invention of Printing"[৪] অৰ্থাৎ ছপা-যন্ত্ৰ অবিষ্কাৰৰ পূৰ্বে হাতে লিখা কোনো কিতাপ বা দলিল বা প্ৰমাণ পত্ৰকেই পাণ্ডুলিপি (পুৰণি পুথি) বুলিব পাৰি। পুৰণি পুথি বা পাঠৰ (Text) সূত্ৰ ড' এছ্ এম্ কাট্ৰে এনেদৰে দিছে:—'By a text we understand a document written in a language known, more or less, to the inquirer and assumed to have a meaning which has been or can be ascertained. Such being the case, it will be appropriate, in order to clarify the nature of the problems confronting a textual critic, to begin with a sketch of the history of textual trans-

৩. Dr. S. K. Bhuyan: A note on Assamese Manuscripts, P. XIV.

৪. Chambers Dictionary, P. 800

mission in India up to the period when printing was introduced."[৫] অৰ্থ্যাৎ পাঠ (text) বুলিলে আমি অনুসন্ধানকাৰীয়ে কম বেছি পৰিমাণে বুজা আৰু জনা ভাষাত লিখা, অৰ্থ থকা বুলি ধৰি লোৱা আৰু নিৰ্ণয় কৰিবপৰা লিখিত প্ৰমাণকেই বুজোঁ। ছপা-যন্ত্ৰৰ প্ৰচলন হোৱাৰ পূৰ্বে ৰচিত হোৱা লেখাকেই পুৰণি পুথি বুলিব পাৰি।

'Encyclopaedia Britannica'ত পাঠ অৰ্থাৎ textৰ সূত্ৰ এইদৰে দিছে ঃ By text is meant a series of word forms inscribed in a language known, more or less, to the inquirer, and assumed to have a meaning that has been or can be ascertained.[৬] আমাৰ ভাষাত কবলৈ গ'লে ঃ অনুসন্ধানকাৰীয়ে কম বেছি পৰিমাণে জনা অৰ্থ থকা বুলি ধৰি লোৱা আৰু অৰ্থ নিৰ্ণয় কৰিবপৰা ভাষাত লিপিবদ্ধ শব্দ ৰূপৰ ধাৰাবাহিকতাকেই পাঠ বুলিব পাৰি।

এই দৃষ্টি ভংগীৰ ফালৰ পৰা লুপ্ত ভাষাত (lost languages) লেখা লিপিৰ পৰা পাঠোদ্ধাৰ অথবা তাৰ অৰ্থোদ্ধাৰ সমীক্ষামূলক পাঠ অধ্যয়ন হব নোৱাৰে : "Thus, decipherment or recovery of meaning from Inscriptions in lost languages is not textual criticism."[৭]

ওপৰৰ আলোচনাৰ পৰা অনুমান কৰিব পাৰি যে, অসমত ছপা-যন্ত্ৰৰ প্ৰচলন হোৱাৰ পূৰ্বে অসমীয়া ভাষাৰ আদি আৰু মধ্য-যুগত ৰচিত ভূজপত্ৰ, সাঁচিপাত, তুলা-পাত, কপাহী-কাপোৰ, তাম্ৰ-পত্ৰ আদিত উৎকীৰ্তিত সমূহেই পুৰণি অসমীয়া পুথি। খৃষ্টান

৫. Dr. S.M. Katre : Introduction to Indian Textual Criticism P. I.

৬. Vol. XXII, P. 13

৭. Vol. XXII, P. 13

মিছনাৰী সকলেই খৃঃ ১৮৩৬ চনত সৰ্ব প্ৰথমে শিৱসাগৰত ছপাখানা স্থাপন কৰে।[৮]

'কথা গুৰু চৰিত' পুথিৰ ৰচনাৰ সময় আৰু ইয়াৰ লিখকৰ নাম-ধাম পোৱা নাযায়। বৈষ্ণৱ কবি সাহিত্যিক সকলৰ বিনয়-সুলভ ৰীতি ৰক্ষা কৰিয়েই বোধকৰোঁ। গুৰু চৰিত খনিত লিখকৰ নাম-ধাম আৰু কাল সংযোজিত কৰা নাই। অন্তৰংগ আৰু বহিৰংগ প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰি অনুমান কৰিব পাৰি যে পুথিখন খৃষ্টীয় সপ্তদশ শতিকাৰ শেষৰ ফালে লিখা হৈছে। এই সন্দৰ্ভত ড° বাণীকান্ত কাকতি আৰু ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ এটি উক্তি উল্লেখ কৰিব পাৰি :—The Vaisnavite modesty prevented the author from putting down his name in the book. But from an examination of the list of successive Vaisnavite Saints enumerated in the book, it may be surmised that the book was compiled immediately after the ninth guru, whose time may be placed at the end of the Seventeenth Century, if not earlier.[৯] পুথিৰ সম্পাদক অধ্যাপক লেখাৰুৰ মতে কিন্তু পুথিখন অনুমানিক ১৬৩৮ শক বা খৃঃ ১৭১৬ চনৰ পাছতে লিখা হয়। তেওঁৰ ভাষাত—"গতিকে আনুমানিক ১৬৩৮ শক বা ১৭১৬ খৃষ্টাব্দৰ ঠিক পিছতে এই গ্ৰন্থ (কথা গুৰু চৰিত) লিখা হয় বুলি ধৰিব পাৰি।"[১০] 'কথা গুৰু চৰিত'ৰ ৰচনাকাল নিৰ্ণয় ক্ষেত্ৰত

৮। আনন্দৰাম ঢেকিয়াল ফুকনৰ মতে আমেৰিকাৰ মিছনাৰীসকলে খৃঃ ১৮৩৬ চনত অসমত প্ৰথম ছপাখানা পাতে।
ড° মহেশ্বৰ নেওগ (সম্পাদিত): ঢেকিয়াল ফুকনৰ 'অসমীয়া ভাষা', পৃঃ ৪০
ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ মতে আমেৰিকাৰ মিছনাৰীসকলে খৃঃ ১৮৪০ চনত অসমত ছপাখানা পাতে।
অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ ২'৮

৯। অধ্যাপক উপেন্দ্ৰনাথ লেখাৰু: কথা গুৰু চৰিত—Foreword p.i

১০। প্ৰাগুক্ত গ্ৰন্থ (পাতনি) পৃঃ।৶

ড° কাকতি আৰু ড° বৰুৱাৰ মতৰ লগত অধ্যাপক লেখাৰুৰ মতৰ সামান্য অমিল আছে, যদিও অসমত ছপাখানা প্ৰতিষ্ঠিত হোৱাৰ পূৰ্বেই ( ১৮৩৬ বা ১৮৪০ ) এই পুথিখন ৰচিত হৈছিল।

পুৰণি অসমীয়াত কেইবাখনিও গুৰু চৰিত 'পদ বন্ধে' আৰু 'কথাবন্ধে' ৰচিত হৈছিল ; 'পদবন্ধে' ৰচিত হোৱা গুৰু চৰিতৰ সংখ্যা সৰহ আৰু 'কথা বন্ধে' লিখা গুৰু ৰচিত তুলনামূলক ভাবে তাকৰ। 'কথা বন্ধে' ৰচিত গুৰু চৰিতকে 'কথা-গুৰু চৰিত' বোলে। সাম্প্ৰতিক লৈকে উদ্ধাৰ হোৱা কথা-গুৰু চৰিত সমূহৰ ভিতৰত 'কথা-গুৰু চৰিত', 'বৰদোৱা চৰিত', গোবিন্দ দাসৰ 'সন্ত-সম্প্ৰদা', ভট্টদেৱৰ নামত প্ৰচলিত 'সৎ-সম্প্ৰদায় কথা',[১১] ঔগুৰি সত্ৰত প্ৰাপ্ত ২য় কথা-গুৰু চৰিত, মাজুলিৰ ৰতনপুৰত পোৱা '৩য় কথা গুৰু চৰিত' বৰপেটা সত্ৰৰ মহেশচন্দ্ৰ দাসৰ পৰা প্ৰাপ্ত 'শংকৰদেৱ চৰিত' আদিয়েই উল্লেখ যোগ্য।[১২] এই কেইখন 'কথা চৰিতৰ' ভিতৰত 'কথা গুৰু চৰিত' আৰু 'বৰদোৱা চৰিতে' শ্ৰেষ্ঠ আসন দাবী কৰিব পাৰে। এই দুখনিৰ ভিতৰতো 'কথা গুৰু চৰিত'কেই প্ৰথম স্থান দিব লাগিব ; যিহেতু 'বৰদোৱা চৰিত' পুথিখনি পুৰণি চৰিত পুথিৰ বিষয়-বস্তুৰ সংযোজন মাথোন। ইয়াৰ অনেক বিষয়-বস্তুৰ লগত 'কথা গুৰু চৰিত'ৰ বিষয়-বস্তুৰ চকুত লগা সাদৃশ্য আছে। অনেক ক্ষেত্ৰত 'বৰদোৱা চৰিত'ক দৈত্যাৰি ঠাকুৰৰ 'গুৰু চৰিতৰ বিষয়-বস্তুৰ প্ৰবৰ্দ্ধক যেনহে লাগে। গতিকে 'বৰদোৱা চৰিত' পুথিয়ে মৌলিকতাৰ স্বাক্ষৰ সম্পূৰ্ণ ভাবে দাবী কৰিব নোৱাৰে। অৱশ্যে পুৰণি ৰচিত পুথিৰ সংক্ষিপ্তসাৰ ৰূপে এই পুথিখনৰ মূল্য অস্বীকাৰ কৰিব নোৱাৰি। এই সন্দৰ্ভত ড° মহেশ্বৰ নেওগৰ এটি উক্তি প্ৰণিধান যোগ্য ঃ "The Carita, known as Bardowa-carita, is the redaction of some old biography. which in its details perhaps

১১। ড° সত্যেন্দ্ৰনাথ শৰ্মা : অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ ১২৯

ড° মহেশ্বৰ নেওগ : অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ১৮৩

১২। Dr. M. Neog : Sankaradeva and His Times. P.P.20-22.

generally conformed to the 'Katha-guru-carita'. As it now stands, it looks in some places like an amplification of Daityari Thakura's work, and at other places like a Summary of its original with a distinct supernatural tone. It ends with the death of Madhavadeva like Daityari's work. Like the Katha-guru-carita it also records differences of opinion in some points of detail. In the redaction much of the beauty and wealth of the original seems to have been impaired, but its value as the summary of an old carita can not be doubted".[১৩]

বেজবৰুৱাই 'বৰদোৱা চৰিত'ৰ বৈশিষ্ট্য সম্বন্ধে আলোচনা কৰিবলৈ যোৱাৰ পৰিপ্ৰেক্ষিতত ইয়াৰ গদ্য-শৈলীৰ বিষয়ে এইদৰে কৈছিল: "পুৰণি গদ্য-চৰিত্ৰ বুলি চানেক স্বৰূপে এই চৰিত্ৰ পুথিখন 'বাঁহী'ত ছপা কৰিলোঁ।"[১৪] বেজবৰুৱাৰ এই মন্তব্যৰ ওপৰত টিপ্পনী দি ড° নেওগে কৈছে: 'এটি বিশেষ মন কৰিবলগীয়া কথা এই চৰিত খনিক 'পুৰাণ গদ্য চৰিত্ৰ বুলি চানেকি ৰূপে' কিমান দূৰলৈ লব পাৰি, সি বিচাৰ্য। আমি দেখাত ই পুৰণি কথা চৰিতৰ কথা ৰীতিৰ প্ৰতিনিধিত্ব নকৰে—যিমানখিনি কৰে ইতিমধ্যে প্ৰকাশিত কথা গুৰু-চৰিত।"[১৫] ওপৰৰ আলোচনাৰপৰা অবিসম্বাদিতভাৱে সিদ্ধান্তত উপনীত হব পাৰি যে, বৰ্তমানলৈকে প্ৰাপ্ত কথা চৰিত কেইখনৰ ভিতৰত বিষয়বস্তু আৰু গদ্য ৰীতিৰ দৃষ্টি ভংগীৰ ফালৰপৰা 'কথা-গুৰু-চৰিত'খন নিশ্চয়কৈ আগশাৰীৰ।

---

১৩। Dr. M. Neog : Sankardeva and His Times P. P. 20—22. ড° মহেশ্বৰ নেওগ (সম্পাদিত: বৰদোৱা চৰিত, পৃঃ ২০)

১৪। ড° মহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত 'বৰদোৱা গুৰু চৰিত'ৰ 'ভূমিকা'ত (পৃঃ ২১) উল্লিখিত।

১৫। ড° মহেশ্বৰ নেওগ (সম্পাদিত): 'বৰদোৱা গুৰু চৰিত', 'ভূমিকা' পৃঃ ২১।

'কথা-গুৰু-চৰিত' পুথিখনি, বৰপেটা সত্ৰৰ তেতিয়াৰ সত্ৰাধিকাৰ প্ৰভু পৰম পূজ্য ৺চতুৰ্ভুজ মিশ্ৰৰপৰা লাভ কৰিছিল তেৰাৰ প্ৰিয় শিষ্য ড' বাণীকান্ত কাকতিদেৱে, 'নিৰ্মালি' স্বৰূপে।[১৬] অধ্যাপক উপেন্দ্ৰনাথ লেখাৰুৰ ভাষাত : "কথা-গুৰু চৰিত'খনি ডক্টৰ বাণীকান্ত কাকতিদেৱৰ সংগ্ৰহ। তেখেতে প্ৰায় পঁচিশ বছৰৰ আগতে এই পুথিখনি বৰপেটা সত্ৰৰ তেতিয়াৰ বুঢ়া অধিকাৰ ৺চতুৰ্ভুজ মিশ্ৰদেৱৰ পৰা পাইছিল; আৰু এটি প্ৰতিলিপিও কৰাই থৈছিল।[১৭] মূল পুথিখন সাঁচিপাতত লিখা (অগৰু কাঠৰ বন্ধল) আৰু ঘন ঘনকৈ লিখা ১৫৪ (১৫০ ?) টা পাত বিশিষ্ট। প্ৰত্যেকটো পাতৰ পৰিমাণ ৬½″ × ১৮″। ইয়াৰ ভিতৰত সাতোটা পাত অৰ্থাৎ ২২নং পাতৰ-পৰা ২৮নং পাতলৈ হেৰাইছে।[১৮]

ড' কাকতি আৰু ড' বৰুৱাই প্ৰকাশ কৰা মন্তব্যৰ অনুকূলে গৈ কব পাৰি যে, সাম্প্ৰতিকলৈকে প্ৰাপ্ত সমুদায় চৰিত পুথিৰ ভিতৰত বৃহদায়তন বিশিষ্ট, সম্পূৰ্ণ, বিশ্বাস্য আৰু প্ৰামাণিক [১৯] পুথি 'কথা-গুৰু-চৰিতখনি সম্পাদনা কৰাৰ ভাৰ ন্যস্ত হৈছিল অধ্যাপক

১৬। "The Ms copy of this voluminous work, Katha-guru Carita, was obtained by Prof Banikanta Kakati as 'Nirmali' from his religious Preceptor Caturbhuja Misra of Barpeta Sattra."

Dr. M. Neog ; Sankaradeva and His times, P 29 fn

১৭। অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু (সম্পাদিত) : কথা-গুৰু-চৰিত, পাতনি, পৃঃ ২

১৮। Dr. M. Neog : Sankaradeva and his Times, P. 29 fn.

১৯। "Of all the biographies of rhe Vaisnavite Saints of Assam hitherto discovered, the Katha-guru-Carita appears not only to be the most Voluminous and Complete but very trustworthy and authoritative—"

Dr. B. K. Kakati, Dr. B. K. Barua : Katha-guru-Carita, foreword P.i

উপেন্দ্ৰচন্দ্ৰ লেখাকৰ ওপৰত। অধ্যাপক লেখাকৰ ভাষাত: "প্ৰায় ছয়, সাত বছৰৰ আগতে তেখেতে (ড° কাকতিয়ে) এই গ্ৰন্থখন সম্পাদন কৰি উলিয়াবলৈ আমাক আদেশ দিয়ে। ড° বিৰিঞ্চিকুমাৰ বৰুৱা আৰু আমি একেলগে এই কাম আৰম্ভ কৰোঁ। কিন্তু আৰম্ভ কৰাৰ দুমাহৰ পিছতে বৰুৱাদেউ বিলাতলৈ যাব লগা হোৱাত সম্পূৰ্ণ ভাৰ আমাৰ ওপৰত পৰে।"[২০] তদনুৰূপে অধ্যাপক লেখাকৰে 'কথা গুৰু-চৰিত'ৰ সম্পাদনাৰ কাম ১৯৫২ চনত সমাপ্ত কৰে।

ইয়াৰপৰা অনুমান কৰিব পাৰি যে, অধ্যাপক লেখাকৰে গুৰু-চৰিত-পুথিৰ মূল পাঠৰ ওপৰত নিৰ্ভৰ কৰি সম্পাদনাৰ কাম কৰা নাই, প্ৰতিলিপিৰ ওপৰত নিৰ্ভৰ কৰিহে কৰিছে। পাঠ-সমীক্ষাৰ দৃষ্টি-ভংগীৰ ফালৰপৰা 'কথা-গুৰু-চৰিত' পুথিখন অটোগ্ৰাফ্ (Autograph) বুলিব পাৰি।

ভাৰতীয় সাহিত্যৰ ক্ষেত্ৰত দেখা যায় যে, লেখকে ব্যক্তিগত ভাৱে ৰচনা কৰা সাহিত্যৰ তুলনাত মুখ পৰম্পৰা চলি অহা সাহিত্যৰ পৰিমাণ বেছি আৰু এই মুখ পৰম্পৰা চলি অহা সাহিত্যই অৱশেষত বিভিন্ন শিক্ষা বা সাংস্কৃতিক কেন্দ্ৰত লিখিত ৰূপ পৰিগ্ৰহ কৰে। ধৰ্মীয় সাহিত্যত অনেক পৰিমাণে ইয়াৰ যথাযথতা ৰক্ষিত হয়। উদাহৰণ স্বৰূপে আমি আঙুলিয়াব পাৰোঁ বৈদিক সাহিত্যলৈ। এনে ধৰণৰ ধৰ্মীয় সাহিত্যত লিখিত সাহিত্য আৰু মুখ পৰম্পৰা চলি অহা পাঠৰ ভিতৰত পাৰ্থক্য বৰ কম। গতিকে পাঠ পৰম্পৰাত সমৰূপতাই বিশেষভাৱে স্থান লাভ কৰিব পাৰে: "Where the sacred nature of the texts demanded the greatest accuracy as in Vedic literature. the divergence between the written text and the orally transmitted text would not be great and there would be uniformity in the text tradition."[২১] কথা-গুৰু-চৰিত'ৰ বিষয়

২০। অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাক (সম্পাদিত): 'কথা-গুৰু-চৰিত', পাতনি, পৃঃ V
২১। Dr. S. M. Katre: Introduction to Indian Textual Criticism, P. 17

বস্তুও মুখ পৰম্পৰা চলি আহিছে। 'চৰিত-তোলা' বা 'চৰিত চৰ্চা' প্ৰথা প্ৰচলিত হয় মাধৱদেৱৰ দিনৰেপৰা।[২২] 'কথা-গুৰু-চৰিত'তো ইয়াৰ আভাস পোৱা যায় "তেহে মাধৱদেৱে গুৰু বাক্য শিৰে ধৰি গুৰুজনৰ সদা-সৰ্বদা চৰিত্ৰ কীৰ্ত্তন কৰিছিল। আতৈসৱে শ্ৰৱণ কৰে।"[২৩] গুৰু পৰম্পৰা চৰিত চৰ্চা চলি আহিলেও তাত নতুন কথাই স্থান লাভ মুঠেই কৰিব পৰা নাছিল:—"এনে ধৰণে চৰিত তোলাৰ ভিতৰত বিচিত্ৰ এয়েহে গুৰু সকলৰ অনেক উক্তি বেদ-বাণীৰ দৰে লৰচৰ নোহোৱাকৈ অনেক কাল, অনেক থান-সত্ৰত একে ধৰণে আবৃত্তি কৰা হৈ আহিছে, আৰু এনেকৈয়ে গুৰু-কথাৰ ঐতিহ্যৰ এটি শকত সোঁত চাৰি পাঁচশ বছৰে বৈ আহিছে।"[২৪] কথা চৰিতৰ চাৰত চৰ্চাৰ ঐতিহ্য প্ৰায় ছকুৰি বছৰীয়া,[২৫] যি ঐতিহ্য 'গুৰু-কথাৰ-ঐতিহ্য'ৰ সুঁতিৰ ধুনীয়া ধুনীয়া একোটি জানিবা বালি চাপৰিহে।"[২৬] শংকৰদেৱ-মাধৱদেৱৰ তিৰোধানৰ প্ৰায় ছকুৰি বছৰৰ গুৰু-কথাৰ ঐতিহ্য মুখ পৰম্পৰা (Orally transmitted) চলি থকাৰ পিছত শ্ৰীৰাম আতাৰ সময়তে চৰিতখনিয়ে লিখিত ৰূপ লাভ কৰে। ধৰ্মীয় কাৰণ বশতঃ (Sacred nature) মুখ পৰম্পৰা প্ৰচলিত পাঠ (Orally transmitted text) আৰু লিখিত পাঠৰ (Written text) মাজত বিস্তাৰ পৰিমাণে যথাযথতা লক্ষ্য কৰিব পাৰি। সংপ্ৰেৰিত হৈ অহা হেতু ধৰ্মীয় গোন্ধ বিশিষ্ট গ্ৰন্থৰাজি প্ৰায় অনেক পৰিবৰ্তনৰ সন্মুখীন হবলৈ বাধ্য হয়। এই প্ৰসংগত ড. কাট্ৰেৰ এটি উক্তি প্ৰণিধান যোগ্য—"Texts which have a religious flavour are often bound to undergo great changes in the

২২। Dr. M. Neog : Sankaradeva and His Times, P. 2.

২৩। অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু (সম্পাদিত): কথা-গুৰু-চৰিত, পৃঃ ১

২৪। ডঃ মহেশ্বৰ নেওগ : অসমীয়া সাহিত্যৰ ৰূপ ৰেখা পৃঃ ১৮২।

২৫। অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু (সম্পাদিত): কথা-গুৰু-চৰিত, পাতনি, পৃঃ ।৵

২৬। ডঃ মহেশ্বৰ নেওগ : অসমীয়া সাহিত্যৰ ৰূপ-ৰেখা, পৃঃ ১৮২।

course of transmission."[২৭]

গ্ৰন্থকাৰে নিজে নিজ হাতে লিখা, অথবা তেওঁৰ নিৰ্দেশত লিখা, মূল পাঠকেই অটোগ্ৰাফ্ বোলে।[২৮] পাঠ সমীক্ষাৰ ৰীতি অনুসৰি নিৰ্দিষ্ট পাঠৰ ক্ষেত্ৰত 'অটোগ্ৰাফ'কেই শেষ-প্ৰমাণ বা পৰম-প্ৰমাণ (final authority) ৰূপে গ্ৰহণ কৰিব পাৰি। সেই বুলি যে, ই পাঠ-সমীক্ষাৰ পৰিসীমাৰ দূৰৈত বিচৰণ কৰে তেনেও নহয়। ড° কাট্ৰেৰ ভাষাত ক'বলৈ গ'লে: "Autographs are not exempted from the operations of textual criticism. Even in our own days it is common experience that the editors of journals remove their contributors 'slips of the pen'. Editors of books correct" usually in foot notes, the similar lapses of their authors."[২৯]

অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৱে 'কথা-গুৰু-চৰিত'ৰ মূল পাঠটো (Autograph) আদৰ্শ পাঠ ৰূপে ধৰি সম্পাদনা কাৰ্যত অগ্ৰসৰ হোৱা নাছিল কাৰণ মূল-পাঠৰ প্ৰতিলিপি এটিহে আদৰ্শ পাঠ ৰূপে গ্ৰহণ কৰিছিল। তেওঁৰ ভাষাত:--"তেখেতে (ড° কাকতিয়ে) প্ৰায় পঁচিশ বছৰৰ আগতে এই পুথিখনি বৰপেটা সত্ৰৰ তেতিয়াৰ বুঢ়া অধিকাৰ ৺চতুৰ্ভুজ মিশ্ৰদেৱৰপৰা পাইছিল; আৰু এটি প্ৰতিলিপিও কৰাই লৈছিল।"[৩০] প্ৰতিলিপিটোৰ মূল-পাঠটো লগতে বিজাই চাই

২৭। Dr. S. M. Katre : Introduction to Indian Textual Criticism, P. 88.

২৮। "The original copy which is thus written in the hand of the author himself or at his direction and corrected by him in his own hand is designated the autograph."
Dr. S. M. Katre : Introduction to Indian Textual Criticism, P. 18.

২৯। Dr. S. M. Katre : Introduction to Indian Textual Criticism, P, 19

৩০। অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু (সম্পাদিত): কথা-গুৰু-চৰিত, পাতনি পৃঃ।/

পাঠ-নিৰ্ণয়ত অগ্ৰসৰ হোৱাহেঁতেন, পাঠ-নিৰ্ণয় অনেক পৰিমাণে নিৰ্ভুল আৰু বিজ্ঞান-সম্মত হ'লহেঁতেন। তাকে নকৰাৰ পৰিণতি স্বৰূপে গ্ৰন্থখনিৰ বিভিন্ন স্থানত বিভিন্ন ধৰণৰ ভুল-ক্ৰুটী থাকি গ'ল। সম্পাদক লেখাৰুৱে নিজেই স্বীকাৰ কৰিছে : "এই কাৰ্যত মাথোন একেখন পুথিৰ ওপৰতে নিৰ্ভৰ কৰিবলগা হৈছিল। গতিকে কোনো কোনো ঠাইত এটি-দুটি বুজিব নোৱাৰা শব্দ তেনেভাৱেই ৰখা হৈছে।"[৩১]

পুৰণি অসমীয়া পুথি সম্পাদনা কৰাৰ পৰিপ্ৰেক্ষিতত এটা কথা কব পাৰি যে, অনেক ক্ষেত্ৰত কেৱল এখন পুথিৰ ওপৰত নিৰ্ভৰ কৰিবলগা হলে শুদ্ধ পাঠ নিৰ্ণয় কৰা টান হৈ পৰে। মাধৱ কন্দলি, শংকৰদেৱ, মাধৱদেৱ, ৰাম সৰস্বতী অনন্ত কন্দলি, ভট্টদেৱ আদি কেই জনমান প্ৰসিদ্ধ কবিৰ বাহিৰে বাকী পুৰণি অসমীয়া কবিসকলৰ একাধিক প্ৰতিলিপি পোৱা নাযায়। তেনে ক্ষেত্ৰত মাত্ৰ এখন প্ৰতিলিপিৰ ওপৰত নিৰ্ভৰ কৰিয়েই সম্পাদনাৰ কামত অগ্ৰসৰ হ্বলগীয়া হয়। গতিকে পাঠ নিৰ্ণয়ত আঁসোৱাহ আৰু ক্ৰুটী বৈ যোৱা স্বাভাৱিক। এতিয়ালৈকে অসমীয়া ভাষাত যিবিলাক পুৰণি অসমীয়া পুথি সম্পাদন কৰা হৈছে,—সেইবোৰ সম্পূৰ্ণভাৱে পাঠ-সমীক্ষাৰ ৰীতি-নীতিৰ ওপৰত নিৰ্ভৰ কৰি কৰা হৈছে বুলি কব নোৱাৰি। অৱশ্যে কালিৰাম মেধিৰ দ্বাৰা সম্পাদিত 'অংকাৱলী' ইয়াৰ ব্যতিক্ৰম। অনেক সম্পাদকে আকৌ পুথিৰ মাধ্যম পুৰণি ভাষাটো আবিকৃতভাৱে নাৰাখি আধুনিক ৰূপ প্ৰদান কৰে, ইয়াৰ ফলত কবি বা গ্ৰন্থকাৰৰ মানসিকতাৰ আভাস পোৱা কষ্টকৰ হৈ পৰে। অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৱে কিন্তু 'কথা-গুৰু-চৰিত'ৰ ভাষাক নব্য ৰূপ দিয়া নাই। এই কাৰণে তেওঁ আমাৰ প্ৰশংসাৰ পাত্ৰ। পাঠ-সমীক্ষাৰ ৰীতি অনুসৰি অধি-সমীক্ষা (Higher criticism)[৩২] সংযোজন অৱশ্য

---

৩১। অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ (সম্পাদিত) : কথা-গুৰু-চৰিত, পাতনি, পৃঃ ।/

৩২। 'Separation of the sources utilized by the author."
Dr. S. M. Katre : Introduction to Indian Textual Criticism, P. 31.

কৰ্ত্তব্য। সম্পাদক লেখাৰুৱে, তেওঁৰ দ্বাৰা সম্পাদিত 'কথা-গুৰু-চৰিত'ৰ আদিতে 'পাতনি' স্বৰূপে অধি-সমীক্ষা সংযোজিত কৰিছে। তেওঁৰ এই সমীক্ষাত মূল পাঠৰ সাধাৰণ ইংগিত, পুথিখনিৰ ৰচনা কাল, তদানীন্তনৰ অৰ্থ নৈতিক, সামাজিক, শিক্ষা-ব্যৱস্থা আদিৰ সাধাৰণ পৰিচয় দি, চৰিতখনিৰ ভাষা আৰু গদ্য-শৈলীৰ বৰ্ণনা দিছে। ইয়াৰ লগে লগে অন্য উৎসৰপৰা নোপোৱা কিছুমান অতি দৰকাৰী আৰু আৱশ্যকীয় বিষয়,— যিবোৰ 'কথা-গুৰু-চৰিত'ত পোৱা যায়— তাৰ সংকেত সম্পাদকে দিছে।[৩৩] 'কথা-গুৰু-চৰিত'ৰ ওপৰত নিৰ্ভৰ কৰি সম্পাদকে, শংকৰদেৱ আৰু মাধৱদেৱৰ জীৱন-লীলাৰ ক্ৰম পৰিৱেশন কৰিছে।[৩৪] সম্পাদকে প্ৰত্যেক ঘটনা, উপঘটনা, পৰিস্থিতি আদি বিভিন্ন বিষয় সম্বলিত বৰ্ণনা-ৰাজিৰ আৰম্ভণিৰ লগে লগে, সূচী পত্ৰৰ লগত সম্পৰ্ক ৰাখি 'কথা-গুৰু-চৰিত'ৰ প্ৰায়বোৰ পৃষ্ঠাৰ কাষে কাষে অধ্যায় নাম (title) পৰিৱেশন কৰিছে।

অধ্যাপক লেখাৰুৱে চৰিত পুথিখনিৰ প্ৰাৰম্ভণিতে সন্নিবিষ্ট কৰা অধি-সমীক্ষাক দৰাচলতে পৰিপূৰ্ণ অধি-সমীক্ষা বুলিব নোৱাৰি; যিহেতু আলোচনাৰ পৰিসৰ বিশাল ব্যাপক হৈ থকা সত্বেও সম্পাদকে 'বাহুল্যৰ ভয়ত'[৩৫] তাৰ বিস্তৃত আলোচনা-বিলোচনা উপস্থাপন নকৰিলে। অৱশ্যে সম্পাদক লেখাৰুৰ আলোচনাৰ অপৰিপূৰ্ণতাৰ অনুপূৰণ (supplement) কৰিছে ড° বাণীকান্ত কাকতি আৰু ড° বিৰিঞ্চি

৩৩। (ক) মাধৱ কন্দলি শংকৰদেৱৰ ছাত্ৰাৱস্থাৰ খ্যাতিমান পণ্ডিত ৰাঘৱাচাৰ্য্যৰ গুৰু আছিল। (খ) মাধৱ কন্দলিৰ 'ৰামায়ণ'ৰ অধ্যায়বোৰৰ শেষত মূলতে 'শুভ শুভ'হেআছিল—উপদেশ নাছিল; শংকৰ মাধৱৰ দিনতহে সেইবোৰ সংযোগ কৰি দিয়া হয়। (গ) শংকৰদেৱৰ সময়ত অসমৰপৰা পণ্ডিতসকল অসমৰ বাহিৰলৈ যোৱা আৰু বিদেশৰ পণ্ডিত অসমলৈ তৰ্ক কৰিবলৈ অহাৰ প্ৰমাণ পোৱা যায়। (ঘ) কলিতা-দেশৰ বাতৰি দান।

৩৪। 'কথা-গুৰু-চৰিত'ৰ ।।৶ আৰু ৸. পৃষ্ঠাত চাওক।

৩৫। কথা-গুৰু-চৰিত; পাতনি পৃঃ ৸৴

কুমাৰ বৰুৱাদেৱৰ দ্বাৰা ইংৰাজীত লিখিত আলোচনাটিয়ে।[৩৬] নকলেও হব যে, অধ্যাপক লেখাৰুৱে 'কথ-গুৰু-চৰিত'ৰ সূচী-পত্ৰখন কষ্ট সহকাৰে যুগুত কৰিছে। পাঠ-সমীক্ষাৰ ৰীতি অনুসৰি চৰিত-পুথিখনিত ব্যৱহৃত 'পদ'বোৰৰ এখনি সূচী দিব লাগিছিল। দ্বিতীয়তে পুথিখনিত প্ৰয়োগ হোৱা অপ্ৰচলিত, অচিনাকি আৰু পুৰণি শব্দবোৰৰ টীকা অৰ্থাৎ ব্যাখ্যামূলক অৰ্থ দিয়া হলে সম্পাদনাৰ গাম্ভীৰ্য আৰু বাঢ়িল-হেঁতেন। তৃতীয়তে শব্দ-সূচী এখনৰো প্ৰয়োজন নিশ্চয়কৈ আছিল। চতুৰ্থতে চৰিতখনিত উল্লেখ থকা নাম-বাচক শব্দবোৰৰ সৈতে ঐতি-হাসিক আৰু ভৌগোলিক তথ্যবাহী শব্দ-সূচী এখনো থাকিব লাগিছিল।

সম্পাদনা কাৰ্যত ব্যৱহৃত পাঠৰ বিস্তৃত বৰ্ণনা দিয়া উচিত। প্ৰত্যেক পৃষ্ঠাৰ প্ৰত্যেক শাৰীত থকা আখৰৰ সংখ্যা, আখৰৰ ষ্টাইল :— যেনে গড়গঞা, বামুণীয়া, কাইথেলী বা লহকৰী[৩৭] বানান বা আখৰ জোঁটনিৰ ( orthographical ) বৈশিষ্ট্য, পাঠৰ প্ৰকৃতি আৰু অৱস্থা, পৃষ্ঠাৰ প্ৰান্তত (marginalia) আৰু পৃষ্ঠাৰ মাজত (inter-linear) উল্লিখিত সংশোধনৰ বিৱৰণ পাত বা পৃষ্ঠাৰ ক্ৰমাংক দিয়াৰ ক্ষেত্ৰত পৰিদৃষ্ট হোৱা ত্ৰুটী-বিচ্যুতি আৰু অন্যান্য দোষ-ত্ৰুটীৰ বৰ্ণনা দিব লাগে। সম্পাদক লেখাৰুৱে এইবোৰৰ প্ৰতি চকু দিয়া যেন নালাগে। মূল পাঠ একক ব্যক্তিৰ লিখা নে বহু ব্যক্তিৰ লিখা তাৰো আভাস প্ৰমাণ সহ দিয়া উচিত। যদি প্ৰশস্তি পৰিৱেশন কৰা হৈছে তাৰ বিস্তৃত আলোচনা দিব লাগে। যি অটোগ্ৰাফৰ (Autograph) বিভিন্ন প্ৰতিলিপি হোৱা নাই, যাৰ পাঠৰ যথা-যথতা সম্পৰ্কে সন্দেহ নাই, তেনে অটোগ্ৰাফত প্ৰয়োজন বশতঃ অতি সাধাৰণ পৰিবৰ্তন কৰি, স্পষ্ট আৰু অপৰিহাৰ্য লৈখিক ভুল

---

৩৬। প্ৰাগুক্ত গ্ৰন্থ, Foreword, P.P. i—viii

৩৭. Dr. S. K. Bhuyan : A Note on Assamese Manuscripts, (Descriptive Catalogue of Assamese Manuscripts.) P.xviii. Dr. M. Neog : The Assamese-Bengali Script. P. 22 ( Indian Systems of Writting. )

থাকিলে সংশোধন কৰি ছপাকৰা উচিত – "When the autograph of the author and its copy (whether immediate or intermediate) are not widely separated in point of time and this copy happens to be the best manuscript surviving of the text, the best course would be to print it, with minimal change, correcting only th obvious and unavoidable clerical errors, and indicate the deviations of other important manuscripts in the critical apparatus".[৩৮] 'কথা-গুৰু-চৰিত'ৰ পাঠত এনেধৰণৰ কোনো পৰিবৰ্তন বা সংশোধন কৰা যেন নালাগে। সেই কাৰণে চৰিতখনিৰ পাঠত শব্দ-ৰূপ, আখৰ জোঁটনি, নিষেধাত্মক ক্ৰিয়াৰূপ আদিৰ ক্ষেত্ৰত বিভিন্ন ৰূপ লক্ষ্য কৰা যায়। যেনে—

| | | | |
|---|---|---|---|
| ক) পুৰাণ | ( পৃঃ ২৮, ৬২, ৯১ ); | পুৰান | (পৃঃ ৩৯, ৪১) |
| খ) দক্ষিণা | ( পৃঃ ২৯, ৩৭ ); | দক্ষিনা | ( পৃঃ ৩২ ) |
| গ) পুষ্পংসৰ | ( পৃ: ৩৪ ); | পুষ্পোৎসৰ | ( পৃঃ ১৫ ) |
| ঘ) ৰুক্মিনী | ( পৃঃ ৩৫ ); | ৰুক্মিণী | ( পৃঃ ৪৬,৭১,১৫৪খ ) |
| ঙ) নবিন | ( পৃঃ ৩৭ ); | নবীন | ( পৃ. ৪২ ) |
| চ) স্বৰস্বতী | ( পৃঃ ১৫ ); | সৰস্বতী | ( পৃঃ ৩২,৬০ ) |
| ছ) শৰণ | ( পৃঃ ২০ ); | শ্ৰৱণ | ( পৃঃ ২০,৩৫,৪৫ ) |
| জ) অষ্টদশ | ( পৃঃ ২২ ); | অষ্টাদশ | ( পৃঃ ৩৪ ) |
| ঝ) ছদ্মে | ( পৃঃ ২৭,৫০,৫২); | চদ্মকৈ | ( পৃঃ ৩৬ ) |
| ঞ) বামুন | ( পৃঃ ৪০,৬২ ); | বামুণ | ( পৃঃ ৪৫,৪৬,৬২ ) |
| ট) স্বেত | ( পৃঃ ৪৪ ); | শ্বেত | ( পৃঃ ১৯,৬৬ ) |
| ঠ) চম্ম | ( পৃঃ ৫১,৫৭ ); | ছম্ম | ( পৃঃ ৬৮,১৫০ ) |

৩৮. Dr. S. M. Katre : Introduction to Indian Textual criticism, P. 87.

ড) গুনি ( পৃঃ ১০৫ ); গুণি ( পৃঃ ১৬৭ )
ঢ) প্ৰসংসা ( পৃঃ ৩৩ ); প্ৰশংসা ( পৃঃ ১৬১,১৬৪ )
ণ) নাজানো ( পৃঃ ৫৭,৫৯,৬৭ ); নজানো ( পৃঃ ৫৭ )
ত) নকৰোঁ ( পৃঃ ১৭৫ )
থ) নপাৰে ( পৃঃ ৬৪,৬৬,৬৯,৩৪ )
দ) নপাৰিলো ( পৃঃ ১৩৭ )
ধ) নাপৰা ( পৃঃ ৬৫ )
ন) নাপালো ( পৃঃ ৬৫,৭২,১০৫,১৬১ )
প) নাপাও ( পৃঃ ৭০,১৭৭ )
ফ) নামাতিলে ( পৃঃ ৫৮ ), নমাতিলে ( পৃঃ ৫৮ )
ব) নাযাব ( পৃঃ ৫৯,৭১ ); নযাঞ ( পৃঃ ৬৭ ), নযাব (পৃঃ ৭০)
ভ) নুৱাৰে ( পৃঃ ১৩৭ ), নুৱাইলো ( পৃঃ ১৩৭ ), নুৱাৰো (পৃঃ ১৬১)

'কথা-গুৰু-চৰিত'ৰ কেইটিমান পৃষ্ঠাৰপৰা চয়ন কৰা এই উদাহৰণকেইটিৰ বাহিৰেও এনেধৰণৰ অনেক উদাহৰণ দিব পাৰি। তৎসম শব্দৰ ৰূপৰ ক্ষেত্ৰত সম্পাদকে মূল-পাঠত তাৰ অশুদ্ধ ৰূপ থাকিলে অসমীয়া বৈশিষ্ট্য ৰক্ষা কৰি শুদ্ধ ৰূপ দিয়া উচিত। সম্পাদকে এই দিশটিলৈ বিশেষ ভাৱে চকু নিদিয়াৰ ফলত 'কথা-গুৰু চৰিত'ৰ পাঠত ৰক্ষিত নহ'ল সমৰূপতা, যাৰ ফলত পঠন পাঠন, অৰ্থ-গ্ৰহণ আৰু ভাব-গ্ৰহণত অনেক ক্ষেত্ৰত অনুমানৰ [৩৯] ওপৰত নিৰ্ভৰ কৰিবলগা হ'ল।

দ্বিতীয়তে, যথোপযুক্তভাৱে যতি চিন ব্যৱহাৰ নকৰা হেতু অনেক অৰ্থ অস্পষ্ট হৈছে। যেনে:—

(ক) "তেহে তুকুৰি চৈধে বৰ্ষ আই-পোন্ধেৰ বৰ্ষত বিৱাহ শুভ মাহ বাৰ-তিথিত কৰালে।" [৪০] শুদ্ধ ৰূপ—"তেহে তুকুৰি চৈধেবৰ্ষ, আই-পোন্ধেৰ বৰ্ষত বিৱাহ শুভ মাহ-বাৰ-তিথিত কৰালে।"

৩৯। "অনুমিতিকৰণমনুমানম্" :—তৰ্ক সংগ্ৰহ, পৃঃ ৫২

৪০। কঃগুঃচঃ পৃঃ ৩৪

খ] "দ্বাৰী জান দিলেগৈ ৰজা নিয়ালে।"[৪১] শুদ্ধ ৰূপ: "দ্বাৰী জান দিলেগৈ, ৰজা নিয়ালে।"

গ] "বোলে সজ কৰি ঘোষা কীৰ্ত্তন ও জাগালে।"[৪২] শুদ্ধ ৰূপ:— "বোলে, 'সজ' কৰি ঘোষা-কীৰ্ত্তন-ওজা গালে।"

ঘ] "বোলে বিষ্ণু নৈবেদ হে তাক আমি কিয় কৰিম?"[৪৩] শুদ্ধ ৰূপ: "বোলে, 'বিষ্ণু-নৈবেদহে তাক আমি কিয় কৰিম'?"

ঙ] 'এগৃহৰ স্ত্ৰাহে বুজাব নাপাইলো।'[৪৪] শুদ্ধ ৰূপ:—"এ, গৃহৰ স্ত্ৰীহে বুজাব নপাইলো।"

চ] "আই, ঠাকুৰ, ভকতকো দি ভোজন কৈলে বিৰলে দুওজনা গুৰু আলচি এক দৃষ্টান্ত কৈছে।"[৪৫] শুদ্ধ ৰূপ:—"আই, ঠাকুৰ, ভকতকো দি ভোজন কৈলে। বিৰলে দুওজনা গুৰু আলচি এক দৃষ্টান্ত কৈছে।" ইত্যাদি—

কিছুমান এনে বাক্য পোৱা যায়, য'ত শব্দৰ ধ্বনিবোৰ বিশ্লেষিত হৈ থকা হেতু (পুৰণি পাঠত প্ৰায়ে এনে হৈ থাকে, অৰ্থলৈ লক্ষ্য কৰি পাঠ-সমীক্ষকে সজাই লব লাগে।) ভাব বা অৰ্থ অনুধাবন কৰাত অসুবিধা হয়। যেনে:—

ক] "বোলে—ৰাজা ঔষধলৈ শাস্তীৰতন (শাস্তীৰ তন) আনো আমাৰ গৃহৰে।"[৪৬]

খ] "বোলে 'সজ'। কৰি ঘোষা-কীৰ্ত্তন ও জাগালে (ওজা গালে)[৪৭]

"কথা-গুৰু-চৰিত'ৰ পাঠত এনে কিছুমান শব্দ ব্যৱহাৰ কৰা হৈছে—যিবোৰে অৰ্থ প্ৰকাশত অন্তৰায়ৰ সৃষ্টি কৰে। সম্পাদকে এই ফালে মন দিয়া যেন নালাগে। যেনে—

ক] 'কতো মুখে গাংগত (গংগাত?) বুলিও কয়।'[৪৮]

খ] লাছিকত (লাছিতক?) বৰফুকণ (ন) পাতি বঙ্গাল খেদি গুৱাহাটী পাতিছে।'[৪৯]

---

৪১। পৃঃ ৩৯ ৪২। পৃঃ ৬৮ ৪৩। পৃঃ ৬৮ ৪৪। পৃঃ ৬৮ ৪৫। পৃঃ ৬৮
৪৬। পৃঃ ৩৯ ৪৭। পৃঃ ৬৮ ৪৮। পৃঃ ৩৬ ৪৯। পৃঃ ৫০,

গ] 'বিহানে গৈছে, চ'ত মহা বৰ যপ ( ধুপ ? )[৫০]

ঘ] 'এই মতে দহ আঠ গোট খাই - যাওঁ বুইলে। এঞ ( গঞে ?) বোলে 'সবে কথা এৰিলাইঁক…।'[৫১]

ঙ] 'ঠেং তলে ৰৌ যায়, মিচালৈ ( মিছালৈ ? ) টোপনি যায় (টোপলি বায় ? )' এই বুলি দেখো খেদ কৰিছিল।'[৫২]

মূল-পুথিৰ লগত সম্পৰ্ক নাৰাখি প্ৰতিলিপিৰ ওপৰত নিৰ্ভৰ কৰা হেতু-"কথা গুৰু-চৰিত'ৰ অ'ত ত'ত দুইচাইটা বাক্যই সম্পূৰ্ণ বিপৰীত অৰ্থ সূচিত কৰিছে। যেনে

"পাছে আই প্ৰমত্ত হৈছে।"[৫৩]

এই বাক্যটোৰ শুদ্ধ-ৰূপ এনে হব ঃ

"পাছে আই প্ৰসন্ত হৈছে।"

অসমীয়া পুৰণি পুথিৰ পাঠ-সমীক্ষাৰ ইতিহাস তেনেই চুটি নহয়। ৰামচৰণ ঠাকুৰৰদ্বাৰা শংকৰদেৱৰ কীৰ্ত্তন-পুথি সংকলনৰ[৫৪] পৰাই অসমীয়া পাঠ-সমীক্ষাৰ ইতিহাস আৰম্ভ হৈছে ; যদিও সুঁতিটি মুঠেই তীব্ৰ নহয় মন্থৰ। তেজপুৰৰ হৰিবিলাস আগৰৱালা, মাধৱচন্দ্ৰ বৰদলৈ, কালিৰাম বৰুৱা আদিয়ে সোঁতৰ গতি তীব্ৰ কৰি তোলে। ৰোমাণ্টিক যুগত এই সোঁত তীব্ৰতৰ হৈ উঠে। বৰ্তমানলৈকে যিবোৰ অসমীয়া পুৰণি পুথি সম্পাদিত হৈছে,— সেইবোৰৰ আটাইবোৰেই আধুনিক পাঠ-সমীক্ষাৰ তুলাচালনিৰে জুখিব নোৱাৰি ; যিহেতু অসমীয়া পুৰণি পুথিৰ পাঠ-সমীক্ষণৰ ক্ষেত্ৰত সম্পাদকসকল নিৰ্দিষ্ট সীমাৰ মাজত বিচৰণ কৰিবলৈ বাধ্য হয়। গতিকে পাঠ-সমীক্ষাৰ পদ্ধতি আৰু নীতি-নিয়ম অনুসৰি সম্পাদনাৰ কামত অগ্ৰসৰ হোৱা টান। তেনে অৱস্থাত অধ্যাপক লেখাৰুদেৱৰ এই কামটি বাস্তৱিকতেই মূল্যবান। মধ্যযুগীয় অসমৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আদিৰ বিতং বিৱৰণ যুক্ত আৰু অসমীয়া গদ্য-শৈলীৰ ইতিহাস, পৰম্পৰা

---

৫০। পৃঃ ৫৪, ৫১। পৃঃ ৬১, ৫২। পৃঃ ১৩৭, ৫৩। পৃঃ ১৭৮ ৫৪। লক্ষ্মীনাথ বেজবৰুৱা ঃ শংকৰদেৱ, পৃঃ ৪৪

আৰু বিকাশ ধাৰাৰ নিদৰ্শন বহনকাৰী আৰু যাদুঘৰ সদৃশ 'কথা-গুৰু-চৰিত'খনি সম্পাদনা কৰি, অধ্যাপক লেখাৰুৱে অবিসম্বাদিত ভাৱে আমাক এটি অবিস্মৰণীয় দান দি গৈছে। কোনো কামেই স্বৰূপাৰ্থত পৰিপূৰ্ণতা দাবী কৰিব নোৱাৰে; পৰাহেঁতেন কোনোবা দিনাই নৱ-অন্বেষণৰ পথ হৈ গ'লহেঁতেন ৰুদ্ধ। 'কথা-গুৰু-চৰিত'ৰ সম্পাদনা ৰীতিত থকা দোষ-ত্ৰুটীতকৈও ইয়াৰ গুণখিনিহে প্ৰকট হৈছে বেছিকৈ। সেইহে আমি ন দি কব পাৰোঁ যে, সম্পাদক লেখাৰুৰ ই এটি মহৎ-কৃতি।

———

# লেখাৰুৰ সভাপতিৰ অভিভাষণ ঃ এখনি চনদ

শ্ৰীমতী নলিনী মৰল

অসম সাহিত্য সভাৰ সভাপতিসকলৰ চুটি অভিভাষণ কেইখনিৰ ভিতৰত সপ্তত্ৰিংশ ধিং অধিবেশনৰ সভাপতি শ্ৰদ্ধেয় উপেন্দ্ৰচন্দ্ৰ লেখাৰুদেৱৰ অভিভাষণখনি অন্যতম্। দিমাই আকাৰৰ মুঠতে বাৰটি পৃষ্ঠাতেই অভিভাষণখনি সমাপ্ত হৈছে। আকাৰত সৰু হলেও ভিন্ন গুণবিশিষ্ট। অসম সাহিত্য সভাৰ অন্যান্য সভাপতিসকলৰ অভিভাষণসমূহ বিভিন্ন আলোচনা, সমালোচনাৰে ভাৰাক্ৰান্ত, অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিভিন্ন দিশৰ আলোচনা, জাতীয় জীৱনৰ বিশ্লেষণাত্মক আৰু উপদেশাত্মক আলোচনাৰে ভৰা। বহুকেইখন গৱেষণামূলক চিন্তা চৰ্চাৰে পৰিপূৰ্ণ। কিন্তু লেখাৰুদেৱৰ অভিভাষণখনি কিছু পৰিমাণে ইয়াৰ ব্যতিক্ৰম; কোনো গৱেষণামূলক চিন্তা-চৰ্চা অভিভাষণখনিত নাই।

অভিভাষণৰ আৰম্ভণিতে 'জনতা জনাৰ্দনায় নমঃ' বুলি নৰ-নাৰায়ণক প্ৰণিপাত জনাইহে সভাপতি লেখাৰুদেৱে স্বভাৱগত আত্ম-লঘিমাৰে পূৰ্বৰ সাহিত্যৰথী, মহাৰথীয়ে অলংকৃত কৰা সভাপতিৰ আসনৰ বাবে নিৰ্বাচিত কৰাত কৃতজ্ঞতা জ্ঞাপন কৰি অসমীয়া জাতীয় জীৱনত অৱশ্য কৰ্তব্যসমূহ সহজ ভাষাৰে পোনাই দিয়ে।

(১) সাহিত্য সভাৰ অধিবেশন বহা ঠাইখনৰ ঐতিহ্য কবলৈ গৈ (ক) বৰদোৱা ধামৰ কৃষ্ণ অৱতাৰ শ্ৰীমন্ত শংকৰদেৱৰ আবিৰ্ভাৱ আৰু (খ) আদি কাব্য ৰামায়ণখনি ভাৰতীয় আৰ্য ভাষাসমূহৰ ভিতৰত সৰ্বজন বোধে অসমীয়া ভাষাতেই পোন প্ৰথমে ভাঙনি কৰোঁতে (মহামাণিক্যৰ ৰাজকবি) মাধৱ কন্দলিৰ স্মৃতি সৌৰৱণ

কৰি মহাকবি মাধৱ কন্দলিৰ স্মৃতি জাগ্ৰত কৰি ৰাখিবলৈ এটি স্মৃতি সৌধ নিৰ্মাণৰ বাবে আহ্বান জনায়।

(২) বৰ্ত্তমানৰ যুগটো অসমৰ বাবে নৱ জাগৰণৰ যুগ। এই যুগত অসমীয়া জাতীয়তা সংৰক্ষণ আৰু বিস্তাৰৰ বাবে গাঁৱে-ভুঁএে নামঘৰৰ প্ৰাংগণত হলেও একো একোটা পুথিভঁৰাল স্থাপন কৰিব লাগে। অসমীয়া ভাষা সাহিত্যত যিবোৰ অভাৱ আছে সেইবোৰ পৰিপূৰণ কৰাৰ মানসেৰে অভিভাষণখনিত উল্লেখ কৰিছে।

(ক) পৃথিৱীৰ উন্নত ভাষাবোৰত থকাৰ দৰে অসমীয়া ভাষাতো এখনি 'বিশ্ব-কোষ' থকাটো অত্যাৱশ্যক। আমি সাহিত্য সভাই এই আঁচনি নললেও অসম প্ৰকাশন পৰিষদে বিশ্ব-কোষ প্ৰণয়নত আগবাঢ়িছে।

(খ) অসমীয়া সাহিত্যৰ সকলো যুগৰ ওপৰত সমানে মূল্য দি লিখা বিজ্ঞান সম্মত আৰু আলোচনাত্মক বিস্তৃত সাহিত্যৰ বুৰঞ্জী এখনিৰ আৱশ্যক। বৰ্ত্তমানলৈকে বিস্তৃত বিজ্ঞান সম্মত সাহিত্যৰ বুৰঞ্জী প্ৰণয়ন হৈ উঠা নাই।

(গ) অসমীয়া তথা কামৰূপী জাতিৰ আদি-গুৰি, পুষ্টি, কলা-কৃষ্টি, সাধনা, শৌৰ্য-বীৰ্য, উত্থান-পতন আদি সম্বন্ধে সৰ্ব-সাধাৰণৰ উপযোগী কৰি ৰচনা কৰা জাতিৰ বুৰঞ্জী এখনিয়ে আত্মপৰিচয় দান কৰাৰ উপৰিও মনৰ মাজত আশা-উদ্দীপনা, কৰ্ম-প্ৰেৰণা আৰু উচ্চ আদৰ্শ জগাই তোলাত বিশেষভাৱে সহায় কৰে। সেই বাবে অসমীয়া জাতিৰ পূৰ্ণাংগ ইতিবৃত্ত প্ৰণয়ন কৰা নিতান্ত কৰ্ত্তব্য। [ স্বৰ্গীয় গিৰিধৰ শৰ্মাদেৱৰ সভাপতিত্বৰ কালত 'অসমীয়া জাতিৰ ইতিবৃত্ত' নামে গ্ৰন্থ প্ৰকাশত লেখাৰুদেৱৰ এই আশা আংশিকভাৱে পৰিপূৰণ হৈছে। ]

( ঘ ) আমাৰ চিন্তা-চৰ্চাৰ পৰিধি বিস্তাৰৰ বাবে কোনো বদান্য লোকৰ অনুদানৰ সহায় লৈ কাৰো নামত 'স্মৃতি বক্তৃতা' (Memorial Lectures ) আদিৰ ব্যৱস্থা কৰা দিশ এটি পোনাই দিছিল। [ অসম সাহিত্য সভাই পণ্ডিত প্ৰবৰ আনন্দৰাম বৰুৱা স্মাৰক বক্তৃতা, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ স্মাৰক বক্তৃতাৰ ইতিমধ্যে আয়োজন

কৰি গৈছে । পুনৰ বাগ্মীবৰ নীলমণি ফুকন আৰু জ্ঞানদাভিৰাম বৰুৱা স্মাৰক বক্তৃতাৰ ব্যৱস্থা কৰিছে । ]

উক্ত আকাংক্ষাকেইটি অভিভাষণত প্ৰকাশ কৰাৰ উপৰিও ভাৰতৰ উত্তৰ পূৰ্বাঞ্চলৰ ঐতিহ্য ভৰা এই জাতিটো কেনেকৈ কালৰ সোঁতত আৰু বেছি মহীয়ান হব পাৰে, বৰ অসমত থকা জাতি-উপজাতি পৰ্বত-ভৈয়াম মিলি শক্তিশালী জাতিত পৰিণত হব পাৰে তাৰেই কামনা কৰি অভিভাষণত কেইটিমান অৱশ্য কৰ্ত্তব্য লেখাৰুদেৱে সোঁৱৰাই দিছে ।

( I ) বৰ অসমত থকা বিভিন্ন জন গোষ্ঠীৰ গীত-মাত, সাধুকথা উপকথা, প্ৰবাদ বাক্য, ধৰ্মীয় আৰু সামাজিক নিয়ম আচৰণ, বিশ্বাস আদিৰ সংগ্ৰহ আৰু চৰ্চা কৰি পত্ৰিকা বা গ্ৰন্থ যোগে প্ৰকাশ কৰিলে জাতীয় সংহতিৰ বিশাল ক্ষেত্ৰ ৰচিত হব । এই বিষয়ে অসম সাহিত্য সভাই আংশিকভাৱে হলেও কাম কৰি আহিছে ।

( II ) অসমৰ সংহতি আৰু প্ৰগতিৰ বাবে অসমৰ তথা পূৰ্বাঞ্চলত স্থায়ীভাৱে বসবাস কৰা বা কৰিবলৈ ইচ্ছা কৰা ভাৰতীয় লোকসকলে অসমীয়া ভাষা, সংস্কৃতি আপোন কৰি গ্ৰহণ কৰি অসমৰ জাতীয় ৰবসুতীৰ লগত মিলি যাবলৈ সুযোগ-সুবিধা উলিয়াই দিবলৈ চৰকাৰ তথা ৰাইজক আহ্বান জনায় । তেখেতে দাঙি ধৰা ব্যৱস্থা দুটি কুৰি শতিকাৰ আদি দশকবোৰতেই উপযুক্তধৰণে কৰা-হেঁতেন বৰ্ত্তমানৰ অসুয়া, অবিশ্বাস আদি দূৰ হ'লহেঁতেন । তেখেতে অসমলৈ অহা বিভিন্ন ক্ষেত্ৰৰ বমুৱা শ্ৰেণীক দিয়া আৰু লোৱা নীতিৰে ভাষা-সংস্কৃতিৰ দুমুখীয়া বিনিময় ব্যৱস্থা লোৱাৰ উপৰিয়ো দুটা ব্যৱস্থা কৰিব লাগে বুলি সকিয়াই দিছে । প্ৰথমতে লেখাৰুদেৱে অনুৰোধ কৰিছে যে অসম সাহিত্য সভাই এখন শাখা সমিতি পাতি ( হিন্দী প্ৰচাৰ সমিতি অনুৰূপে ) চৰকাৰী অনুদান গ্ৰহণ কৰি অসমীয়া ভাষা, সংস্কৃতি প্ৰচাৰাৰ্থে বিভিন্ন ঠাইত যোগ্য প্ৰচাৰক নিয়োগ কৰিব লাগে । এই বিষয়ে অসম সাহিত্য সভাই নিজৰ বৰীয়াকৈ অতি

সোনকালে কাম হাতত ললে সমীচীন হ'ব। দ্বিতীয়তে অনা অসমীয়া স্কুল আৰু অসমীয়া স্কুলত পঢ়া অনা-অসমীয়া ছাত্ৰৰ বাবে প্ৰাথমিক স্তৰৰপৰা প্ৰাক্-বিশ্ববিদ্যালয় স্তৰলৈ অসমীয়া ভাষা শিকাটো অসম চৰকাৰে বাধ্যতামূলক কৰিব লাগে। লেখাৰুদেৱে কামনা কৰাৰ দৰে অসম চৰকাৰে শিক্ষানীতি সলনি কৰি অসমীয়া মাধ্যমত বা অসমীয়া বিষয়টো এটি প্ৰধান বিষয় হিচাপে প্ৰবেশিকা বা প্ৰাক্-বিশ্ববিদ্যালয় উত্তীৰ্ণ নোহোৱা লোকক অসমৰ চাকৰি লাভ কৰিব নোৱাৰাৰ ব্যৱস্থা কৰিলে · ৰাজ্যিক ভাষা প্ৰচলনত আজিৰ দৰে সমস্যা মূৰ দি নুঠিল হেঁতেন। তেনে ব্যৱস্থা লোৱাহেঁতেন অনা-অসমীয়াসকলে অসমৰ মূল জাতীয় সুঁতীৰ লগত একীভূত হোৱাৰ সুবিধাকণো পালেহেঁতেন। আশা কৰো অসম চৰকাৰে অসমীয়া মাধ্যম বা অসমীয়া বিষয়টো লৈ প্ৰবেশিকা পৰীক্ষা বা প্ৰাক্-বিশ্ববিদ্যালয় পৰীক্ষাত উত্তীৰ্ণ হোৱা লোককহে চাকৰি প্ৰদানৰ ক্ষেত্ৰত বাধ্যতামূলক কৰি অসমৰ ৰাজ্যিক ভাষা প্ৰচলন কৰাত সুচল কৰি গঢ়ি তুলিব।

নিজৰ পক্ষৰপৰা আগভাগ লৈ ভাষা-সাহিত্য, সংস্কৃতিৰ প্ৰচাৰৰ দিহা কৰিলেহে আনৰ সৈতে আমাৰ পৰিচয় আৰু যোগ-সূত্ৰ সু-দৃঢ় হয়। সেইবাবে পূৰ্বাঞ্চল তথা ভাৰতৰ প্ৰধান প্ৰধান কেন্দ্ৰবোৰত অসমৰ ভাষা-সাহিত্য আৰু সংস্কৃতিৰ প্ৰচাৰৰ ব্যৱস্থা কৰিব লাগে। অসমীয়া সংস্কৃতিত পুৰণি কালৰ সংস্কৃতি, ঐতিহ্যই সবলতা দান কৰি আহিছে; যুগৰ পৰিবৰ্তন ঘটিলেও পৰম্পৰাগত সংস্কাৰ একেবাৰে ত্যাগ কৰি জাতিৰ ঐতিহ্য গঢ়িব নোৱাৰি। অতীতৰ সৈতে বৰ্তমানৰ সংযোগতেই জাতীয় ঐতিহ্য পূৰ্ণ বিকাশ হয়। প্ৰাচীন কালৰেপৰা অসমত চলি অহা ওজাপালি, পুতলা নাচ, ধুলীয়া নাচ, ভাও, চাৰ্কাচ, নৃত্য-গীত আদি বিভিন্ন সংস্কৃতিৰ সামগ্ৰীসমূহ যুগোপযোগী কৰি উদ্ধাৰ কৰি আনন্দ বাহক ৰূপে প্ৰচলন কৰিব পাৰিলে অন্যান্য দেশীয় সংস্কৃতিয়ে আমাৰ মাজত যুগৰ খেলি মেলিত খালীহৈ পৰা ঠাই পূৰণ কৰিব নোৱাৰিব। আনন্দ প্ৰয়াসী আৰু শিক্ষা পিপাসু মানৱ মনে

আনন্দ বাহক দেশীয় সংস্কৃতিৰ অভাৱত বাধ্য হৈ বিদেশী সংস্কৃতিক আকোৱালি লব পাৰে। সেইবাবে সংস্কৃতিসমূহক যুগোপযোগী কৰি ন ৰূপত হলেও গঢ়ি লৈ প্ৰচলনৰ ব্যৱস্থা কৰিবলৈ আৱশ্যকতা অনুভৱ কৰা হৈছে।

লেখাকদেৱৰ হৃদয়ৰ গভীৰো গভীৰ অংশ আধ্যাত্মিকতাৰ জ্যোতিৰে জ্যোতিষ্মান কাৰণে ভাৰতীয় অতীত চিন্তাৰাশিৰ প্ৰতি পঞ্চমুখ হোৱা দেখা যায়। ভাৰতীয় চিন্তা চৰ্চাৰ ভঁৰাল স্বৰূপে সংস্কৃত ভাষা-সাহিত্যৰ আলোচনা-বিলোচনা-অনুবাদ আদিৰ অসমীয়া সাহিত্যত প্ৰকাশ কৰা নিতান্ত আৱশ্যক। আধুনিক চিন্তা জগতৰ পৰাও বিৰত হবলৈ মানা কৰি লেখাকদেৱে কেৱল সকিয়াই দিছে যাতে আধুনিক বাস্তৱতাৰ নামত আন্ধাৰ ফালটোৰেই অনুশীলন নকৰে। আনৰ ভাবধাৰাৰ লগত পৰিচয় লাভৰ ব্যৱস্থা কৰিব লাগে। সকলো প্ৰকাৰৰ চিন্তা চৰ্চাৰ দ্বাৰা অসমীয়া ভাষাতো মংগলময় সৌষ্ঠৱ-পূৰ্ণ সাহিত্য গঢ়ি উঠক। বাস্তৱতাৰ নামত সমাজ সাহিত্যত বিশৃংখলা যাতে নাহে সেই বিষয়ত সৃজনশীল সাহিত্যিকসকল নিজেই সতৰ্ক হোৱাটো বাঞ্ছনীয় বুলি সমাজৰ প্ৰগতি, উন্নয়নমুখী দিশটোৰ প্ৰতি লক্ষ্য কৰিবলৈ লেখাকদেৱে সকিয়াই দিছে। অশ্লিলতা নতুবা আধ্যাত্মিকতা বিবৰ্জিত বা নৈতিকতাহীন অতি বাস্তৱ সাহিত্য সৃষ্টিৰ নামত সমাজ ধ্বংস-মুখী কৰা সাহিত্যৰ প্ৰতি সময়োপযোগী সতৰ্কতাৰ আহ্বান জনাইছে।

লাচিতৰ দিনত পূৰ্ণাংগ জাতিটো বৰ্তমান অসম্পূৰ্ণ। আৰ্থিক দিশতেই অসমীয়া জাতিটো সমস্যাক্ৰান্ত। ঘৰত থাকি বাহিৰৰ লোকৰ ওপৰতেই সকলো প্ৰকাৰে নিৰ্ভৰ কৰিবলগীয়া হোৱাত, কৃষি, শিল্প, বেপাৰ-বানিজ্য সকলো ক্ষেত্ৰতে আমি নিঃশ্ৰীক. উদ্যম ৰহিত হৈ পৰিছো বাবেই ৰামসিংহই কৈ যোৱা অসমীয়া লোকৰ সমাজ গঢ়িবলৈ লেখাকদেৱে আহ্বান জনাইছে। সাহিত্য সভাৰ তৰফৰ-পৰা সৰল ভাষাত স্বাস্থ্য, শিল্প, কৃষি-বিজ্ঞান বিষয়ক গ্ৰন্থ প্ৰকাশৰ ব্যৱস্থা কৰি আৰু আৱশ্যকানুযায়ী ছায়াচিত্ৰ আদিৰ যোগেদি শিক্ষা প্ৰচাৰ কৰি আশা-উদ্দীপনা যোগাবলৈ সকিয়াই দিছে।

দেশৰ আশা-ভাৰষাৰ থলি উঠি অহা ডেকা চামৰ প্ৰতি লক্ষ্য কৰি লেখাৰুদেৱে তেওঁলোকৰ মাজতেই ভৱিষৎ দেশ-নেতা, যুগান্তকাৰী সাহিত্যিক লুকাই থকা কথা কৈ মাতৃভূমি আৰু জগতৰ উন্নতি পথৰ বিজয় অভিযানৰ যাত্ৰী হৈ আগুৱাই যাবলৈ ছাত্ৰসকলক আহ্বান কৰিছে। অভিভাষণত অসমৰ ছাত্ৰ সমাজে অন্য প্ৰদেশৰ ছাত্ৰৰ দৰে হিতাহিত জ্ঞান হেৰুৱাই শিক্ষালয়ৰ সম্পত্তি নষ্ট নকৰা বাবে দেশৰ শান্তি সেনা বুলি শলাগ যাচিছে। অসমৰ শিক্ষক আৰু শিক্ষাৰ্থী দুটা বিপক্ষ দল নোহোৱা বাবে উভয়ৰে উভয়ৰ প্ৰতি এক প্ৰাণতাৰ আধাৰতেই শিক্ষাৰ লগতে দেশৰ মহৎ উদ্দেশ্য সফল হৈছে। লেখাৰুদেৱৰ অভিভাষণত কৰা ছাত্ৰৰ প্ৰতি উচ্চ প্ৰশংসা অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত আখৰে আখৰে সত্য বুলি প্ৰমাণিত হৈছে।

অসম আৰু অসমীয়াৰ প্ৰাচীন ঐতিহ্যসমূহ উদ্ধাৰ আৰু সংৰক্ষণৰ বাবে লেখাৰুদেৱে সমগ্ৰ অসমবাসীক সচেষ্ট হবলৈ আহ্বান জনাইছে। আমাৰ দেশত হাল-বাওঁতে, পুখুৰী খানোঁতে, ঘৰ বান্ধিবলৈ মাটি খানোঁতে সোণ-ৰূপৰ ভাণ্ডাৰ ওলায়, তামৰ ফলি, শিলৰ ফলি ওলায়। সেইবোৰ সংগ্ৰহ কৰি প্ৰাচীন ঐতিহ্যৰ সন্ধেদ দিব পৰা কথাবোৰৰ সংকলন কৰি অসমৰ গৌৰৱৰাশি প্ৰকাশ আৰু প্ৰচাৰ কৰিবলৈ সকলোলৈকে সানুনয়ে আহ্বান জনাইছে।

এইদৰে অসমীয়া জাতিটোকেই কৰ্তব্য কৰ্মৰ সন্ধেদ দি মনৰ মাজত উদয় হোৱা ভাববোৰকেই ৰাইজৰ আগত নিবেদন কৰি অভিভাষণৰ সামৰণি মাৰে। শ্ৰদ্ধেয় লেখাৰুদেৱৰ অভিভাষণখনি প্ৰকৃতাৰ্থত অসমীয়া জাতিটো গঢ়ি তুলিবলৈ কৰ্তব্য সোঁৱৰাই দিয়া এখনি চনদ।

—— ———

# লেখাৰু—সুবচনী

শ্ৰীহৰিনাথ শৰ্মা

অসম সাহিত্য সভাৰ সপ্তত্ৰিংশতম্ খিং অধিবেশনৰ সভাপতি বৈষ্ণৱ সাহিত্যৰ সাধক অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰুদেৱে কেইবাখনিও সৰু-বৰ গ্ৰন্থ ৰচনা আৰু অনুবাদ কৰিলেও অকল কথা গুৰু-চৰিতেই সাহিত্যৰ ক্ষেত্ৰত তেওঁৰ নাম সমুজ্জ্বল কৰিছে। ডক্টৰ বাণীকান্ত কাকতি আৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱৰ উৎসাহ-উদ্দিপনা প্ৰণোদিত এই ঐতিহ্যপূৰ্ণ পুথিখনিৰ অপৈণত হাতৰ প্ৰতিলিপি এটাৰপৰা কষ্ট-সাধ্য সম্পাদনা কেৱল লেখাৰুদেৱৰ লেখীয়া সুধীৰ, মেধাৱী আৰু ত্যাগী পণ্ডিত এজনাৰদ্বাৰাহে সম্ভৱ হৈছিল।

বচনত অমায়িক, সাজ-সজ্জাত আৰম্বৰহীন, চিন্তাত গম্ভীৰ এই পণ্ডিতজনাৰ সাহিত্য সভাৰ সভাপতি ৰূপে খিং অধিবেশনৰ সমস্ত অভিভাষণখনেই প্ৰকৃততে তেওঁৰ বহুমূলীয়া সুবচনী। সুবচনী নহয়, এনে কথা তাত নাই বুলিলেই হয়। গতিকে তলত সন্নিবিষ্ট কৰা বচনসমূহক লেখাৰু সুবচনীৰ গোটাচেৰেক বুলিলেহে তাত সঠিক সংজ্ঞা আৰোপিত হব। লেখাৰুদেৱৰদ্বাৰা ৰচিত আন পুথিসমূহতো সুবচনীৰ অভাৱ নাই। অসম সাহিত্য সভাৰ সভাপতি ৰূপে লেখাৰুদেৱে আগবঢ়োৱা অভিভাষণ আৰু অপ্ৰকাশিত কবিতাংশৰ পৰাই ইয়াৰ খুণ্ডতোৱা হ'ল—

(১) আমাৰ ভাৰতৰ আদৰ্শই হ'ল "আত্মনো মোক্ষাৰ্থং জগদ্ধিতায় চ" নিজৰ কল্যাণ আৰু জগতৰ কল্যাণ।

(২) আমি জগতবাসী শান্তিকামী হলেই সৰ্ব কল্যাণ। মহাপুৰুষসকলৰ পথ অনুসৰণ কৰাতেই আমাৰ কল্যাণ।

(৩) গাইগুটীয়া লক্ষ্য, ৰতি, চেষ্টা আৰু প্ৰতিভাৰ মহত্ব সদায় স্বীকাৰ কৰিবই লাগিব। কিন্তু, উমৈহতীয়া উদ্যোগ অনেক ক্ষেত্ৰত অতি আৱশ্যকীয়।

(৪) অতীতৰে সৈতে বৰ্তমানৰ সংযোগতেই ঐতিহ্যৰ পূৰ্ণ বিকাশ।

(৫) ঐতিহ্যৰ প্ৰেৰণা আৰু উজ্জ্বল ভৱিষ্যতৰ লক্ষ্য এই দুয়োটাই মানুহৰ কৰ্ম পথেদি আগুৱাই নিয়ে।

(৬) সামাজিক অৰ্থনৈতিক পটভূমিত কাব্য-গ্ৰন্থাদিৰ টীকা-টিপ্পনী, ব্যাখ্যা-অনুবাদ আদিৰ ভিতৰেদি অতীতৰ সৈতে আমাৰ সম্পৰ্ক ঘটে আৰু বৰ্তমান সাহিত্য ঐতিহ্যহীন হৈ নপৰে।

(৭) অনান্য ক্ষেত্ৰৰ দৰে গান্ধৰ্ব্য, ভাস্কৰ্য, সামৰিক আদি সকলো বিদ্যাতে আমাৰ দেশৰ বিশেষ খ্যাতি আছে।

(৮) ৰাস বা লাস্যনৃত্য অসমৰপৰাই ভাৰতত প্ৰচাৰ হোৱা বুলি এটা মত প্ৰচলিত আছে।

(৯) আমাৰ ঐতিহ্য সম্বন্ধে এতিয়ালৈকে পোৱা কথাবোৰ সংকলন কৰি চকুৰ আগত ৰাখি চিৰন্তন সন্ধান চলাই থকাতো আমাৰ কৰ্তব্য।

(১০) আমাৰ দেশত হাল বাওঁতে, পুখুৰী খান্দোতে সোণ-ৰূপৰ ভাণ্ডাৰ ওলায়, তামৰ ফলি ওলায়।

(১১) নজনাত আমি কিমান বস্তু পাইয়ো হেৰুৱাইছোঁ তাৰ নিৰ্ণয় নাই। গতিকে জনালোকসকল সজাগ হব লাগে আৰু আনকো সজাগ কৰি দিব লাগে।

(১২) অসমত যে স্মৰণাতীত কালৰপৰা সংগীত চৰ্চা আছিল ই নিশ্চিত। শ্ৰীমন্ত শংকৰদেৱে প্ৰচলিত সংগীত চৰ্চাৰে বিশেষ পৰিচিত হৈ তাৰ সংস্কাৰ সাধন কৰি ভগৱন্ত পুৰুষৰ লীলাভিনয়ৰ ভিতৰত ইয়াৰ স্থান দিয়ে।

(১৩) যুগৰ পৰিবৰ্ত্তন হলেও পৰম্পৰাগত সংস্কাৰ সমাজৰ পক্ষে অতি মূল্যবান।

(১৪) সাহিত্যৰ পৰিবেশৰ যুগে যুগে পৰিবৰ্তন হয় এই কথা ঠিক; কিন্তু বাস্তৱতাৰ নামত বিশৃংখলা যাতে নহয়, সেই বিষয়ত সৃজনশীল সাহিত্যিকসকলে নিজেই সতৰ্ক হোৱাটো বাঞ্ছনীয়।

(১৫) সংস্কৃত ভাষা-সাহিত্যই আমাৰ মূল ভেঁটি।

(১৬) এই সংস্কৃত শিক্ষা-চৰ্চাৰ ফলতে আমাৰ মধ্যযুগৰ গৌৰৱময় সাহিত্যৰ সৃষ্টি হৈছে।

(১৭) ভিন ভিন ভাষাত থকা অতি মূল্যবান গ্ৰন্থসমূহ আমাৰ অসমীয়া ভাষালৈ অনুবাদ হোৱা উচিত আৰু আমাৰ নিজৰ পৰিচয় আৰু প্ৰচাৰৰ বাবে আমাৰো তেনে কিছুমান গ্ৰন্থ ভাষান্তৰিত কৰাৰ ব্যৱস্থা হব লাগে।

(১৮) অসমত স্থায়ীভাৱে বাস কৰা আৰু বাস কৰিবলৈ অহা অনাঅসমীয়া লোকসকলে অসমীয়া ভাষা শিকাটো নিতান্ত বাঞ্ছনীয়, যাতে আমি সকলোৱে ঐক্যসূত্ৰত বান্ধ খাই থাকিব পাৰোঁ।

(১৯) আমাৰ নিজৰ পক্ষৰপৰা প্ৰচাৰ হলেহে আনৰ সৈতে আমাৰ পৰিচয় হয় আৰু যোগ-সূত্ৰ দৃঢ় হয়।

(২০) আমাৰ মৌলিক সমস্যা হৈছে আৰ্থিক ক্ষেত্ৰৰ।

(২১) বাহিৰৰ প্ৰধান কেন্দ্ৰবোৰত সাংস্কৃতিক প্ৰদৰ্শনৰ ব্যৱস্থা কৰিব পাৰিলে এটা বিশেষ ভাল কথা হয়।

(২২) আমি ঘৰত থাকিও বাহিৰৰ লোকৰ ওপৰত সকলো প্ৰকাৰে নিৰ্ভৰ কৰি থাকিব লগা হৈছে।

(২৩) কৃষি-শিল্প, বেপাৰ-বাণিজ্য, সকলো ক্ষেত্ৰতে আমি নিঃশ্ৰীক, উদ্যম-ৰহিত, শিক্ষিত ডেকাসকলো সাধাৰণতে স্বাধীন ব্যৱসায়-তকৈ চাকৰী মনোবৃত্তিৰহে। এই-দুৰৱস্থা দূৰ নহলে আমাৰ উদগতি নহয়।

(২৪) বেহা-বেপাৰত আমি আত্মনিয়োগ কৰিব লাগিব।

(২৫) আৱশ্যকীয় ক্ষেত্ৰত ছায়াচিত্ৰ আদিৰ যোগে সমূহ বাইজৰ

মাজত শিক্ষা প্ৰচাৰ কৰি সকলোৰে মনত আশা-উদ্দিপনাৰ সৃষ্টি কৰিব লাগে।

(২৬) বৈজ্ঞানিক প্ৰণালীৰে কৃষি আৰু ভিন্ ভিন্ শিল্পৰ প্ৰসাৰ সাধন কৰিব লাগিব।

(২৭) মানৱ মন সদায় আনন্দ প্ৰয়াসী আৰু শিক্ষাপিপাসু।

(২৮) আমাৰ দেশৰ সকলো প্ৰকাৰ আশা-ভৰষাৰ স্থল আমাৰ উঠি অহা ডেকাসকল। তেওঁলোকে নিজৰ আৰু দেশৰ মংগলৰ অৰ্থে আত্মনিয়োগ কৰিবলৈ নিজকে সকলো প্ৰকাৰে প্ৰস্তুত কৰি লব লাগে।

(২৯) শিক্ষকসকল আৰু ছাত্ৰসকল দুটা বিপক্ষ দল নহয়। উভয়ৰে উভয়ৰ এক প্ৰাণতাৰ আধাৰতেই শিক্ষাৰ মহৎ ফল লাভ হয়।

(৩০) শিক্ষালয়সমূহৰ বাহিৰেও জনসাধাৰণৰ বাবে বাজহুৱা পুথিভঁৰাল আমাৰ নিতান্ত আৱশ্যক।

৩১। লোকে কৰা উপকাৰ থাকক মনত।
শলাগৰ সুৰ মোৰ বাজক প্ৰাণত॥

৩২। অতীতৰ কথা মোৰ স্মৃতিত থাকক।
সুৱঁৰি সুৱঁৰি মোৰ পৰাণ বাজক॥

৩৩। যেতিয়া সংগৰ লোকে কৰে প্ৰবঞ্চনা।
মনত নহয় যেন কোনো দুৰ্ভাবনা॥

৩৪। নামৰ যজ্ঞত ভস্ম হয় মোৰ পাপ-তাপ ৰাশি।
অনন্ত পথৰ পথিক মই যে মুক্তিৰ প্ৰয়াসী॥

৩৫। চাৰিও ফালে বৈৰী ধৰিছে আগুৰি
জ্ঞান পথ নাশি,
শুন হেৰ বৈৰী মোৰ অধিকাৰী
ভক্তি অবিনাশী।

—————

# মাজিউজনা মোমাইৰ জীৱন-প্ৰতিভা

শ্ৰীহিৰণচন্দ্ৰ বৰুৱা

এই ১৯৭৯ চনৰে জুনমাহৰ তিনিদিনৰ দিনা সন্ধিয়া অসমীয়া সাহিত্য জগতৰ এজন সুপৰিচিত ব্যক্তি শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ পৰলোক প্ৰাপ্তি হ'ল। তেওঁক তেওঁৰ ছাত্ৰ, সহকৰ্মী, সহপাঠী, অসমীয়া ভাষা-সাহিত্যৰ অনুৰাগীআৰু বৈষ্ণৱ ধৰ্ম-চৰ্চা কৰোঁতাসকলে অন্তৰংগভাৱে জানিছিল। আমিও তেওঁক অতি ঘৰুৱা সম্বন্ধৰ মাজত পাইছিলোঁ। তেখেত আছিল আমাৰ মাতুলসকলৰ মাজিউজনা।

## কদ্ৰেশ্বৰত ছাত্ৰ লেখাৰু

লেখাৰুৰ জন্ম হৈছিল উত্তৰ গুৱাহাটীৰ কদ্ৰেশ্বৰ নামৰ এখন সৰু গাৱঁত ১৯০৫ চনৰ মাঘৰ উৰুকা ৰাতি। দেউতাক আছিল ৺নন্দৰাম লেখাৰু আৰু মাক আছিল সোণপাহি। লেখাৰুৰ উপৰি-পুৰুষ পূৰ্বৰ আহোম ৰজাৰ খিতাপ খোৱা এঘৰ সম্ভ্ৰান্ত পৰিয়ালৰ লোক। কিন্তু আমি জনাত লেখাৰু পৰিয়ালৰ লোক তেনেই তাকৰ। অসমৰ আন ঠাইত এনে খিতাপ পোৱা পৰিয়ালৰ সন্ধান পোৱা নাযায় কদ্ৰেশ্বৰ গাৱঁতে ঠাল বাঢ়ি হোৱা প্ৰায় ৮/৯ ঘৰ লেখাৰু পৰিয়াল আজিও বৰ্তমান।

শিশু কালৰেপৰা লেখাৰু আছিল এজন সুচৰিত্ৰৰ চানেকি স্বৰূপ। পঢ়াশলীয়া সংগী-বন্ধুসকলৰ প্ৰতি থকা অকৃত্ৰিম স্নেহ আৰু সহানুভূতি দেখি ওচৰ-চুবুৰীয়াই নেলাগে শিক্ষকমণ্ডলীৰো তেওঁ আছিল শলাগৰ পাত্ৰ। তেওঁৰ স্কুলীয়া কালত উত্তৰ গুৱাহাটীত হাইস্কুল

নাছিল, কলেজ নাছিল। শিক্ষাৰ কেন্দ্ৰ আছিল গুৱাহাটীহে। নিতৌ তিনি-চাৰি মাইল দূৰৈৰপৰা খোজকাঢ়ি গৈ পুনৰ নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ গুৱাহাটীৰ কটন কলেজিয়েট্ স্কুলতহে পঢ়ি লাগিছিল এনে কষ্টকো কষ্ট নুবুলি তেওঁৰ অগ্ৰজ সহোদৰ ৺শৰৎ লেখাৰু অনুজ ৺বংশীধৰ লেখাৰু আৰু আন আন সহপাঠী বন্ধুসহ নিতৌ গুৱাহাটীলৈ অহা-যোৱা কৰিছিল। এনেদৰেই কষ্ট কৰি পঢ়ি ১৯২২ চনত অতি সুখ্যাতিৰে প্ৰবেশিকা পৰীক্ষা পাচ কৰিছিল। ১৯২৬ চনত গুৱাহাটীৰ কটন কলেজৰপৰা স্নাতক ডিগ্ৰী লাভ কৰিবলৈ সক্ষম হৈছিল। কিন্তু উচ্চ শিক্ষা লাভ কৰাৰ আকাংক্ষাই তেওঁক ইমানতে ক্ষান্ত হ'বলৈ নিদিয়াত সেই কালত কটন কলেজত থকা সুবিধাৰ পাকত সোমাই লৈ ইংৰাজী বিষয়ত এম. এ. পাঠ্য অধ্যয়ন কৰিছিল; কিন্তু কোনো বিশেষ কাৰণত সেই আশা পূৰণ নোহোৱাত পুনৰ প্ৰাইভেট্ পৰীক্ষাৰ্থী হিচাবে বঙলা বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লয়। অৱশেষত ১৯৪০ চনত পুনৰ কলিকতা বিশ্ববিদ্যালয়ৰপৰা অসমীয়া বিষয়তো স্নাতকোত্তৰ ডিগ্ৰী লবলৈ সক্ষম হয়। হয়াৰ মাজতে লেখাৰু ডাঙৰীয়াই ১৯৩২ চনত আইনৰ (বি. এল.) ডিগ্ৰী লাভ কৰি কলেজীয়া শিক্ষা সাং কৰে।

লেখাৰু এজন প্ৰকৃত কোমল অন্তৰৰ সহানুভূতিশীল, ধীৰ, শান্ত আৰু জ্ঞানী লোক আছিল। ছাত্ৰাৱস্থাতে তেওঁ এই গুণসমূহৰ পৰিচয় দিছিল। দেউতাক নন্দৰাম লেখাৰু আছিল এজন মাহেকীয়া উপাৰ্জন নথকা, কিন্তু আত্মনিৰ্ভৰশীল ব্যক্তি। মাক সোণপাহীয়েও তেওঁৰ পাঁচোটি সন্তানক মাউৰা কৰি থৈ গ'ল তেনেই "শেঙুননাকীয়া" অৱস্থাতে। তেতিয়াৰেপৰা নন্দৰামৰ ঘৰ-সংসাৰৰ প্ৰতি অলপ অমনোযোগিতাৰ ভাৱ আহি পৰিল। সেই সময়তে নন্দৰামৰ তিনিটি পুত্ৰ আৰু দুটি কন্যাৰ ভৰণ-পোষণৰ ভাৰ পৰিল ভায়েক ৺বলাইৰাম লেখাৰুৰ কান্ধত। বলাইৰামে গুৱাহাটীৰ কাছাৰী ঘৰতে নকল-নবিছৰ চাকৰি কৰি উপাৰ্জন কৰা ধনেৰে এটি ডাঙৰ পৰিয়ালৰ ভৰণ-পোষণ, খেতি-বাতি, আৰু

নিজৰ ল'ৰা-ছোৱালীসকলৰ সৈতে ভতিজাকহঁতকো পঢ়ুৱা-শুনোৱা খৰছৰ কাৰণে চিন্তিত হৈছিল। খুৰাকৰ এই চিন্তিত অৱস্থা দেখি কেনে-কৈনো তেওঁক ইয়াৰপৰা কিছু ৰেহাই দিব পাৰি সেই চিন্তাই মাজু-ভতিজাক উপেন্দ্ৰচন্দ্ৰক আমনি কৰিছিল। অৱশেষত দুই-এঘৰ চহকী লোকৰ ঘৰত ঘৰুৱা শিক্ষকৰ কাম কৰি মাত্ৰ কেইটিমান ধন উপাৰ্জন কৰিছিল আৰু সেই ধন নি খুৰাকৰ হাতত দিছিল। খুৰাক বলাইচন্দ্ৰ লেখাকৰ ভতিজাকৰ এনে গুণে সচাঁকৈ বৰ অভিভূত কৰি তুলিছিল। এয়া আছিল লেখাকৰ সহানুভূতিশীল অন্তৰৰ চানেকি আৰু শিক্ষক জীৱনৰ নিখুত আখৰা।

লেখাকৰে যেতিয়া বি. এ. পৰীক্ষা দি খবৰলৈ বাট চাই আছিল তেতিয়া উত্তৰ গুৱাহাটীৰ আউনিআটীয় কমলদেৱ উচ্চ মাধ্যমিক বিদ্যালয়ৰ তেতিয়াৰ প্ৰধান শিক্ষক ৺চন্দ্ৰকুমাৰ বৰুৱা ডাঙৰীয়াৰ অনুজ্ঞা আৰু মৌখিক মকৰলৰ প্ৰতি সন্মান জনাই লেখাক হ'ল সেই স্কুলৰ এজন নতুন শিক্ষক। দৰমহাও পাইছিল তেনেই নামমাত্ৰহে আৰু তাকে নি খুৰাকৰ হাতত অৰ্পণ কৰিছিল। পুৰণা কাকত-পত্ৰ সযতনে সামৰি-সুতৰি থোৱা লেখাকৰ স্বভাৱ আছিল। এনে এখন 'ডায়েৰি লেখিয়া' বহীৰ পাতত তেওঁৰ এনে বহুতো পুৰণি কথা আৰু হিচাপ-পত্ৰ দেখিবলৈ পাই এদিন নিজেই স্তম্ভিত হৈছিলোঁ।

'উনৈশ শ বত্ৰিচ' চনত 'আইন ডিগ্ৰী' লোৱাৰ পিছত যেতিয়া গুৱাহাটীৰ কাছাৰী ঘৰত ওকালতি কৰিবলৈ লয়, তেতিয়া লেখাকৰে এখন পুৰণা 'চাইকেল' কিনিছিল মাত্ৰ গাৰঁৰপৰা পাৰঘাটলৈ অহা-যোৱা কৰিবৰ কাৰণে। পাঠশালাৰ সহপাঠী বন্ধু এজন আছিল ঘাটৰ পাৰ কৰা নাৱৰীয়া। তলৰ শ্ৰেণীতে পঢ়া-শুনা এৰি এই ব্যৱসায়ত লগা সেই গুণমুগ্ধ বন্ধুজনেও সদায় বন্ধু লেখাকৰ কাৰণে বৈ থাকে। পাৰ কৰাৰ বাবদ হেনো কোনো পাৰিশ্ৰমিক নলৈছিল। তাৰ সলনি তেওঁ মানসিক আনন্দ আৰু গৌৰৱ কৰিছিল। লেখাকৰ শান্ত, ধীৰ আৰু নম্ৰতাই এনেদৰে তেওঁৰ গুণমুগ্ধ বন্ধু সমাজতো

প্ৰভাৱ পেলাইছিল। শেষত এই ব্যৱসায় এৰি কটন কলেজত চাকৰি কৰিবৰ কাৰণে গুৱাহাটীতে থাকিবলৈ লোৱাৰ কাৰণে লেখাৰুৱে তেওঁৰ সেই চাইকেলখন সহপাঠী নাৱৰীয়া বন্ধুজনক প্ৰীতিৰ চিন স্বৰূপে উপহাৰ দি বন্ধুত্ব গাঢ় কৰি তুলিছিল।

## কৰ্মক্ষেত্ৰত লেখাৰু

লেখাৰুৰ কৰ্মক্ষেত্ৰ আছিল গুৱাহাটী। পোন প্ৰথমতে তেওঁ গুৱাহাটীৰ কাছাৰী ঘৰতে ওকালতি কৰিবলৈ আৰম্ভ কৰিছিল যদিও, ধন উপাৰ্জনৰ এই পথত বহু সময়ত মিছাকে সমৰ্থন কৰিবলগীয়া হোৱাত ইয়াৰ বিৰোধিতা কৰি সত্যাশ্ৰয়ী লেখাৰুৱে এই ব্যৱসায় এৰি পেলায়। ই যেন লেখাৰুৰ সবল ব্যক্তিত্বৰ মহৎ পৰিচয়। পুনৰ ১৯৩৮ চনৰেপৰা ১৯৬০ চনলৈকে গুৱাহাটীৰে কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক হিচাপে কাম কৰে।

কটন কলেজত চাকৰি কৰিবলৈ লোৱাৰ পাছতে লেখাৰু ডাঙৰীয়াই গুৱাহাটীৰ যোৰ পুখুৰীৰ ওচৰতে এটি ঘৰ ভাৰা কৰি থাকিবলৈ লৈছিল। এই ঘৰটিৰ পূবে যোৰপুখুৰীলৈ সন্মুখ কৰি বুৰঞ্জীবিদ্, প্ৰত্নতাত্বিক, ৺কনকলাল বৰুৱাৰ বাসস্থান; দক্ষিণে সীমা কৰি আছিল বুৰঞ্জী-প্ৰাণ ডক্টৰ সূৰ্যকুমাৰ ভূঞা, উত্তৰে 'সীতাহৰণৰ' কৰি ৺ভোলানাথ দাস আৰু উত্তৰ-পশ্চিম কোণে দীঘলীপুখুৰীৰ পাৰতে আছিল সাহিত্যিক ৺সত্যনাথ বৰা ডাঙৰীয়া। কনকলাল বৰুৱা আছিল লেখাৰুৰ পত্নীপক্ষীয় মিতিৰ মানুহ, ড° ভূঞা আছিল এজন শ্ৰদ্ধেয় শিক্ষাগুৰু। "ভালে পায় ভালক, জাৱৰে পায় খালক" বুলি আমাৰ মাজত এষাৰি কথা আছে। তেনেদৰেই যেন লেখাৰু ডাঙৰীয়াও, বৰুৱা, ভূঞা, বৰা, দাস আদিৰ লেখিয়া ব্যক্তিৰ সান্নিধ্যলৈ আহি পৰিল আৰু লগে লগে তেওঁ প্ৰতিভা বিকাশৰ সুচলতা লাভ কৰিলে।

লেখাৰু আছিল এজন তত্ত্বদৰ্শী, জ্ঞান-পিপাসু আৰু এখন অনুসন্ধিৎসু অন্তৰৰ গৰাকী। বহু সময়ত তেওঁ গুৰুতুল্য কনকলাল, ড° ভূঞা আদিৰ লৈতে সাহিত্য জগতৰ কথা হোৱাৰ সুবিধা পাইছিল। আৱশ্যক অনুযায়ী সিসকলক সহায়ো কৰিছিল।

## সাহিত্যিক লেখাক

লেখাক আছিল এজন সাহিত্য-প্ৰেমী। হাইস্কুলত পঢ়া দিনৰে পৰা সাহিত্য চৰ্চাত বিশেষভাৱে মনোনিবেশ কৰা ছাত্ৰ উপেন্দ্ৰচন্দ্ৰই মাজে মাজে তত্ত্ব আৰু আদৰ্শমূলক তথা জ্ঞান দীপ্ত প্ৰবন্ধ-পাতি ৰচনা কৰি তেতিয়াৰ 'বাঁহী', "আৱাহন" আৰু পাছলৈ 'জয়ন্তী', 'সুৰভি' আদি আলোচনীত প্ৰকাশ কৰিছিল। তেওঁ লানি নিছিগাকৈ আলোচনীৰ পাতত প্ৰবন্ধ লিখি নাইবা গল্প-উপন্যাসৰে পুথি প্ৰকাশ কৰি সাহিত্যিকৰ খ্যাতি লভিবলৈ প্ৰয়াসী লোক নাছিল। তেওঁ আছিল এজন ধীৰ, শান্ত আৰু নীৰৱ সাধক, নীৰৱ সাহিত্যিক। তেওঁ নীৰৱে থাকি নীৰৱে চিন্তা কৰি, শান্তভাৱে কথা কৈ আৰু আৱশ্যক অনুযায়ী লিখি ভাল পাইছিল।

'অসমীয়া ৰামায়ণ সাহিত্য' এনে এখন চিন্তামূলক মৌলিক গ্ৰন্থ যে এই গ্ৰন্থখনকে ইংৰাজীলৈ তৰ্জমা কৰি বিশ্ববিদ্যালয়ৰপৰা 'ডক্টৰেট ডিগ্ৰী' লবলৈ ডক্টৰ কাকতিয়ে হেনো কেইবাজনো বন্ধুৰ হতুৱাই কোৱাইছিল। কিন্তু ডক্টৰ কাকতিৰ এই পৰামৰ্শই লেখাকক এনেভাৱে তৃপ্তি আৰু সন্তোষ দিলে যে তেওঁ এই ডিগ্ৰী লোৱাৰ আৰু আৱশ্যকবোধ নকৰি হেলাৰঙে তেনে যশ-খ্যাতিৰপৰা আঁতৰি থাকিল!

সাহিত্যিক লেখাকৰ ব্যক্তিত্বই তেওঁক সাহিত্য জগতৰ বাহিৰেও শংকৰী-সমাজ, ৰামকৃষ্ণ-সেৱাশ্ৰম আৰু অন্যান্য সভা-সমিতিৰ মাজলৈ টানি নিছিল। তেওঁ কেইবাবছৰো ধৰি গুৱাহাটীৰ 'নৱগ্ৰহ দেৱালয়ৰ' পৰিচালনা কমিটীৰ সভাপতি পদত অধিষ্ঠিত আছিল। কেৱল ইমানেই নহয় লেখাক আছিল 'অসম সাহিত্য সভাৰ' ৩৭তম্ ধিং অধিৱেশনৰ সভাপতি (১৯৭০)। এজন যশস্বী সাহিত্যিক আৰু অধ্যয়নশীল ব্যক্তি হিচাবে স্বীকৃতি পোৱা লেখাক ভাণ্ডাৰীয়াই প্ৰায় বাৰ বছৰতকৈ সৰহকাল বৃন্দাবন ধামত থাকি এজন গৱেষণা-অধ্যাপক (Research guide) হিচাপে কাৰ্যদক্ষতাৰ পৰিচয় দি গৈছে। লেখাকৰে

সাহিত্য চৰ্চা কৰি সময় কটোৱাৰ উপৰিও সময় আৰু সুবিধা পালে জ্যোতিষ, হস্তৰেখা আদিও চৰ্চা কৰা তেওঁৰ চখ্ আছিল।

এইবোৰৰ বাহিৰেও সময়ে সময়ে অসমৰ নানা ঠাইত নানা ধৰ্মীয় আৰু ভকতীয়া সভা-সমিতিত লেখাৰুৱে 'মুখ্য অতিথি' হিচাপে আসন গ্ৰহণ কৰিছিল। ১৯৪৮ চনত বৰপেটাত অনুষ্ঠিত পাঁচশ বছৰীয়া শংকৰ জন্মোৎসৱত লেখাৰু মুখ্য অতিথি আছিল। ইয়াৰে চাৰি নে পাঁচ বছৰৰ পাছত কাশীত অনুষ্ঠিত সংস্কৃত বিশ্ব পৰিষদত যোগ দিবলৈ 'অধ্যাপক লেখাৰু' আমন্ত্ৰিত হৈছিল।

লেখাৰুৰ ব্যক্তিগত সান্নিধ্যলৈ অহা লোকে নানা তত্ত্বমূলক কথা জনাৰ সুবিধা পাইছিল। শংকৰাচাৰ্যৰ অদ্বৈত দৰ্শনৰপৰা আৰম্ভ কৰি মধ্যযুগীয় ধৰ্ম-সংস্কৃতি আৰু গীতা-ভাগৱত আদিৰ পৌৰাণিক তত্ত্ব-সমূহো সহজ কথাৰে তত্তালিকে কৈ দিব পৰা তেওঁৰ যি শক্তি আছিল সি সচাঁকৈয়ে প্ৰশংসনীয়।

পুৱা-গধূলি সাত্ত্বিক ভাবেৰে ভগৱানৰ নাম-পাঠ, সেৱা-অৰ্চনা আদি তেওঁৰ দৈনন্দিন ৰীতি আছিল। মানুহজনৰ কথা অতি সুৱলা নম্ৰ, গহীন আৰু অমায়িক। এই গুণেই লেখাৰু আছিল এজন সৰ্বৰহী ব্যক্তি।

## লেখাৰুৰ অপ্ৰকাশিত ৰচনাৰাজি

সাধাৰণ কথাকো বৈষয়িক দৃষ্টিতকৈ আধ্যাত্মিক দৃষ্টিৰে ব্যাখ্যা কৰি লেখাৰুৱে আনন্দ পাইছিল। তেনে কেইটিমান বিষয়ৰ ৰচনা অপ্ৰকাশিত অৱস্থাত আহি এই অভাজনৰ হাতত পৰাৰ সৌভাগ্য হোৱাত সহৃদয় পাঠক সমাজলৈ সেইবিলাকৰে এটি চমু পৰ্যালোচনা আগবঢ়াবলৈ যত্ন কৰা হ'ল।

(ক) **নিমি নৱ-সিদ্ধ সংবাদঃ** 'নিমি নৱ সিদ্ধ সংবাদ' ব্যাসদেব কৃত শ্ৰীমদ্ভাগৱতৰ ১১শ স্কন্ধৰ অন্তৰ্গত ২য় অধ্যায়ত বৰ্ণিত হৈছে। শ্ৰীমন্ত শংকৰদেৱে শ্ৰীমহাভাগৱত গ্ৰন্থৰ ভাঙনিত এই মহান অধ্যায়টিৰ ব্যাখ্যা দি গৈছে। ই আছিল মহাপুৰুষৰ পদ গাথা। শংকৰদেৱৰ

এই পদ-ৰচিত 'নিমি নৱ সিদ্ধ সংবাদ' সৰল ভাষাৰেই ব্যাখ্যা কৰা আছে। তথাপি লেখাৰু ডাঙৰীয়াই ভাগৱতীয় এই অধ্যায়টিৰ ওপৰত নকৈ সৰল গদ্য ব্যাখ্যা আৰু তত্ত্বৰ পৰিচয় দিবলৈ যত্ন কৰা চকুত পৰিছে। লেখাৰুৱে এই অধ্যায়টিৰ গুৰুত্ব উপলব্ধি কৰি ইয়াৰ শংকৰকৃত অসমীয়া পদৰ লগে লগে মূল-ভাগৱতৰ সংস্কৃত শ্লোক আৰু সৰল কথাৰে তাৰ ব্যাখ্যা কৰি এখন পূৰ্ণাংগ গ্ৰন্থত পৰিণত কৰি থৈ গৈছে। ব্যাসদেৱৰ মূলশ্লোকবোৰ অসমীয়া পদলৈ ৰূপান্তৰ কৰিলে শংকৰদেৱে, তাতে আৰু সহজ গদ্য ভাষাৰে তত্ত্ব ব্যাখ্যা কৰি বেছি উপাদেয় কৰিব বিচাৰিছে অধ্যাপক লেখাৰুদেৱে। ঠায়ে ঠায়ে লেখাৰুদেৱে সুবিধা বুজি বেদান্ত তত্ত্বৰ ব্যাখ্যা, ভকতৰ লক্ষণ ব্যাখ্যা আদি সহজভাৱে বুজাবলৈ যত্ন কৰা চকুত পৰে। কোনো বিজ্ঞলোকৰ আদৰ স্নেহত লেখাৰুৰ এই 'নিমি নৱ-সিদ্ধ সংবাদ' গ্ৰন্থখনি প্ৰকাশিত হৈ ৰাইজৰ আগলৈ ওলালে— ভক্ত প্ৰমুখ্যে সাধাৰণ ৰাইজো উপকৃত হব, অনেকজন তত্ত্বপিপাসু লোকে তত্ত্বপূৰ্ণ ধৰ্মীয় কথা জানিব পাৰিব।

(খ) **লেখাৰুৰ কবিতা** ঃ লেখাৰুৰ মৃত্যুৰ সময়লৈকে আমি জনা নাছিলোঁ যে তেখেত এজন কবি আছিল। তেওঁৰ বহু পুৰণি কেতবোৰ কাকত-পত্ৰৰ গাত সিঁচৰিত হৈ থকা কইটামান ভাব-মধুৰ কবিতা আছে। কবিতাবোৰ স্বভাৱত ধৰ্মাসক্ত আৰু লেখাৰুৰ ব্যক্তিত্বৰ ভাৱবাহী, গহীন-গম্ভীৰ আৰু উচ্চ আধ্যাত্মিক ভাবেৰে পূৰ্ণ। কবিতাবোৰৰ জন্ম-পত্ৰিকা নাই। নামকৰণো হোৱা নাই। অধ্যাত্মভাবাবেগত ৰচনা কৰি যোৱা এই কবিতাবোৰৰ নাম দিবলৈ কবি লেখাৰুৰ যেন আহৰি নহ'ল। এনে কবিস্বভাৱ আলোচনা কৰাও কঠিন। পঠনত এই কবিতাবোৰ বৰ বেছি আগবয়সৰ ৰচনা নহয় যেন অনুমান হয়। কবি লেখাৰুৱে এটি কবিতাত গাইছে -

"ভাবৰ মাজত এটি ভাব
বৰ উচ্চ পথে আহে যায়
সেই ভাবৰ পথ পাবলৈ মোৰ যে আজৰি নাই।"

মানৱী হলেও এই সংসাৰত ভগৱানৰ কৃপা-গুণেহে যে সকলো দিছে কবিৰ অধ্যাত্ম চিন্তাই তাকেই যেন সুৱঁৰিছে—

কৃপা কৰি দয়াময়ে দিলে এটি জ্ঞান,
তাৰে সহায়ত মই গালো এহ গান ॥”

কবি হিচাপে ভগৱানৰ ওপৰত তেওঁৰ অটল বিশ্বাস প্ৰকাশ পাইছে। এফাকি কবিতাত আছে

“জীৱনৰ প্ৰহেলিকা বুজা বৰ টান;
প্ৰভুৰ কৃপাই মোক কৰিব যে ত্ৰাণ।
মোৰ প্ৰভু দয়াময় নৰ-ৰূপ ধৰি,
চিৰকাল ৰাখি আছে নান ৰূপ ধৰি।”

মাত্ৰ ছয় শাৰীতে পূৰ্ণকৰা এটি ক্ষুদ্ৰ কবিতাৰে বিদ্যাদাত্ৰী দেৱী সৰস্বতী বন্দনা কৰা যেন লাগে। আৰু এটি কবিতা আছে, কবিতাটিত ৰাজপুত্ৰ গৌতমে লৱনু-কোমল শয্যাত দিপ্‌লিপ্‌ পত্নীসহ নৱজাত শিশু আৰু ৰাজ সিংহাসন ত্যাগ কৰি যোৱাৰ দিনা কপিলাবস্তু-ৰাজগৃহৰ পৰিস্থিতি যেন বৰ্ণিত হৈছে। ৰাজপুত্ৰ গৌতমক যথাস্থানত থৈ কণ্ঠকৰ পিঠিত সাৰথি ছন্নক উভতি আহি ঘৰ পোৱাত ৰজা শুদ্ধোধনে ছন্নকক কৰা প্ৰশ্ন অতি হৃদয়-বিদাৰকৰূপে প্ৰকাশ পাইছে। কবিৰ ভাষাত—

“কি দেখুৱালি ছন্নক হেৰ এই অলংকাৰ,
সচাঁকৈয়ে মোৰ পুত্ৰ গৌতমৰ গাৰ ?
ক'ত পালি কেনেকৈনো ক কথাষাৰ,
আতঁৰিল বাছা মোৰ ছলনাত কাৰ ?”

কবিয়ে কবিতাটিৰ নাম দিয়া নাই। অসমীয়া কাব্য জগতত ৰজা শুদ্ধোধনৰ এনে ক্ৰন্দন-ধ্বনি শুনা নাযায়। কবিতাটি সৰু, কিন্তু মৰ্মস্পৰ্শী। ইয়াৰ পিছতে এটি সৰু, কবিতাত পতিদেহ লৈ উটি যোৱা সতী বেউলাক দেখি কবিৰ দুখিত পৰাণে সতীক প্ৰবোধ দিয়া শুনা যায়।

জীৱনব্যাপী অধ্যাত্মচিন্তাত থকা কবি লেখাৰুৱে সপোনে-দিঠকে যেন ভগৱৎ দৰ্শন পাই, সিজনাৰ সান্নিধ্য লাভ কৰি মানৱ-জীৱনৰ দৈন্য পাহৰি আছিল। কবি লেখাৰুৰ ভাষাৰে—

"চকুৰ মাজত কোন তুমি দেৱ
আকৰ্ষিছা ৰাতি দিনে মোক,
তোমাৰ কাষত কিবা লভো সুখ
নাজানো কি বা পিয়াহ ভোক।"

.. . ... ..

"দুখৰ সাগৰ সুখেৰে পূৰিলা
নৱৰ সাজেৰে কোন তুমি লীলাময়।" ইত্যাদি।

কবিতাবোৰৰ ঠায়ে ঠায়ে ভক্তিত আস্থা প্ৰকাশ পোৱাৰ উপৰিও 'নামঘোষাৰ' মাধৱদেৱৰ দৰে আত্মলঘিমা ফুটি উঠিছে।

"চাৰিও ফালে বৈৰী, ধৰিছে আগুৰি, জ্ঞান পথ নাশি।
শুন হেৰ বৈৰী, মোৰ অধিকাৰী ভক্তি অবিনাশী॥"

কবিতা হিচাপে ৰচনা কৰিছে যদিও লেখাৰু ৰচিত মাত্ৰ দুই তিনিটাকহে সম্পূৰ্ণ কবিতা বুলিব পাৰি, বাকীবোৰ কোনো কোনো মুহূৰ্তৰ ক্ষন্তেকীয়া আবেগ প্ৰকাশহে মাত্ৰ। হয়তো কোনো কবিতাসুলভ ভাবে যেতিয়াই তেওঁৰ ওচৰ চাপিছিল তেতিয়াই তাক সিমানতে আদৰি লিপিবদ্ধ কৰিছিল। তেওঁ নীৰৱতাৰ মাজত গোপনে কবিতা ৰচনা কৰি পুৰণি বহীৰ পাতৰ বুকুত এৰি গৈছে। তাৰে মাত্ৰ এটি ক্ষুদ্ৰ পৰিচয়হে ইয়াত দাঙি ধৰা হ'ল।

**(গ) ভাগৱতৰ আদিকথা (?)** লেখাৰু ডাঙৰীয়া বৃন্দাবনত থকা কালত নানাধৰণৰ বিজ্ঞলোক আৰু সৎসংগৰ সান্নিধ্য লাভ কৰি সেইসকলৰপৰা নানা তত্ত্বমূলক কথা জানিব পাৰিছিল। সেই-সকলৰপৰা জ্ঞাত নানা কথা আৰু আত্ম-উপলব্ধিৰ সহায় লৈ ভাগৱত মহাগ্ৰন্থৰ উদ্ভৱ সম্পৰ্কে এখনি সুন্দৰ বহুমূলীয়া গ্ৰন্থ ৰচনা কৰিছিল (গ্ৰন্থখনিৰ প্ৰকৃত নাম জানিব পৰা হোৱা নাই।) ইয়াৰে প্ৰথম খণ্ড

সম্পূৰ্ণ হোৱাত যোৰহাটৰ সাহিত্যিক শ্ৰদ্ধেয় দেৱানন্দ ভৰালী ডাঙৰীয়াই সম্পাদনা কৰি ছপাই উলিয়াব বুলি নিছিল - কিন্তু আজিকোপতি সেই গ্ৰন্থ কি হ'ল গম পোৱা নগ'ল । (এই তথ্য লেখাৰুৰ গুৱাহাটীস্থ পৰিয়ালবৰ্গৰ পৰা জনা গৈছে ।) গ্ৰন্থখনিৰ দ্বিতীয় খণ্ড (যিখিনি লৈকে লিখা হৈছিল) বৃন্দাবনতে এৰি আহিছিল । সেইকণো তেওঁৰ পৰিয়ালৰ লোকে আনি দিবহি বুলি জানিব পাৰি সন্তোষ পাইছোঁ । এনে গ্ৰন্থই আমাক নিশ্চয় নানা ঐতিহাসিক তথ্য যোগাব । প্ৰকাশন পৰিষদ বা অসম সাহিত্য সভাই এই গ্ৰন্থকেইখনি প্ৰকাশৰ কথা বিবেচনা কৰিলে আটায়ে উপকৃত হ'ব বুলি ভাবোঁ ।

(ঘ) ইংৰাজীলৈ 'ডাকৰ-বচন' অনুবাদ ঃ লেখাৰু ডাঙৰীয়াৰ ৰচনাৰাজিৰ মাজত দেখা যায়, তেওঁ 'ডাকৰ-বচন' সংগ্ৰহ কৰি তাৰে মাত্ৰ কেইটিমানহে ইংৰাজী ভাষালৈ অনুবাদ কৰি গ'ল । বাকীবোৰ তেনেকৈয়ে পৰি ৰ'ল । তেনেসময়ত হয়তো আন কোনো জৰুৰী কামত ব্যস্ত হ'বলগীয়া হোৱাত সেই কাম সম্পূৰ্ণ নহ'ল ।

---

# স্বামীৰ সোঁৱৰণত

শ্ৰীমতী প্ৰেমদা লেখাৰু

উত্তৰ গুৱাহাটীৰ আমাৰ ৰজাদুৱাৰৰ ঘৰৰপৰা ৰুদ্ৰেশ্বৰলৈ বেছি দূৰ নহয়। ঘাই আলিয়েদি ডুমাইলমান হব। এই ৰুদ্ৰেশ্বৰলৈকে মই ১৯৩৪ চনত নতুন বোৱাৰী হৈ আহোঁ। মই অহা দিনাৰ এটা কথা মনত আছে। বিয়াৰ কিছুদিনৰ আগতে ৰুদ্ৰেশ্বৰৰ ঘৰত এটা নাদ খন্দোৱাইছিল, কিন্তু পানী ওলোৱা নাছিল। নতুন বোৱাৰী হিচাপে মই গৈ পোৱাৰ পিছত হলে নাদৰ পানী ওলাল। সেয়ে সকলোকে আনন্দ দিলে। নতুন বোৱাৰী হৈ মোৰ মনত এটা আচহুৱা ভাব, ভয় আৰু সংকোচ। শহুৰ-দেউতা আৰু শাহু আই তেতিয়া নাছিল। বিয়াৰ আগতে শহুৰ-দেউতা নিৰুদ্দেশ হৈছিল আৰু তাৰো আগতে শাহু-আই ঢুকাইছিল। ঘৰত আছিল খুৰা-শহুৰ আৰু খুৰী-শাহু, তেখেতসকলৰ ল'ৰা-ছোৱালী, ৰৰজনা, দেৱৰ আৰু ডুগৰাকী ননন্দ। মুঠতে এটা ডাঙৰ পৰিয়াল। এই ঘৰখনত নিজকে কেনেকৈ খাপ খুৱাব পাৰোঁ সেয়েই মোৰ একমাত্ৰ চিন্তা আছিল।

বিয়াৰ আগৰপৰাই মই তেখেতক জানিছিলোঁ। তেখেতে মোৰ দাদা শ্ৰীকৃষ্ণচন্দ্ৰ বৰুৱাক ঘৰতে পঢ়ুৱাইছিল। আমাৰ বৰ-দেউতা স্বৰ্গীয় তৰুণচন্দ্ৰ বৰুৱাই তেখেতক জ্ঞান-বিদ্যা আৰু অমায়িক স্বভাৱৰ কাৰণে বৰ ভাল পাইছিল আৰু কোনো দিনা ঘৰলৈ নাহিলে মতাই পঠাইছিল। বৰ-দেউতাৰ মুখতে শুনিছিলোঁ তেখেতে বেছিভাগ সময় পুথি-পাঁজি লৈ বা সাধু-সন্ন্যাসীৰ লগত কটায়। মোৰ চাৰিবছৰ হওঁতেই দেউতা স্বৰ্গীয় তিলকচন্দ্ৰ বৰুৱা ঢুকায়

আৰু সেইকাৰণে আমি বৰ-দেউতাৰ যত্নতে ডাঙৰ-দীঘল হৈছিলোঁ। এতিয়া ৰুদ্ৰেশ্বৰলৈ আহি আচল মানুহজন দেখিলোঁ। নিজৰ কামত লাগি থাকিলেও ঘৰৰ বা ওচৰ-চুবুৰীয়াৰ সকলো কথালৈ চকু দিয়ে। আৱশ্যক হলে নিজেও সৰু-সুৰা কাম কৰে। মই অহাৰ পিছত কোনটো কাম কি ধৰণে কৰিব লাগে তাকো মোক বুজাই দিয়ে। মই সকলো কামতে যাতে নিপুণ হব পাৰোঁ তাৰো যত্ন কৰে। তামোল-পাণ কটাৰপৰা সন্ধ্যা গোসাঁইঘৰত চাকি দিয়ালৈকে সকলো কামতে দিহা দিয়ে। খুৰা-শহুৰ আৰু খুৰী-শাহুৰ সেৱা-শুশ্ৰূষা কৰা সৰুবিলাকক আদৰ-যত্ন কৰা, তেখেতসকলৰ সৰু সৰু ল'ৰা-ছোৱালী-বিলাকৰ ডেঙা মৰাৰ উপৰিও, তেখেতৰ ওচৰত পঢ়া মোৰ নিয়মিত কাম আছিল। বজাহুৱাৰত থাকোঁতে মই কেইশ্ৰেণীমানহে পঢ়িছিলোঁ। তেখেতৰ যত্নত মই পিছত ইংৰাজী আৰু বঙলাও পঢ়িব পৰা হলোঁ। বৃন্দাবনলৈ গৈ হিন্দীও শিকিলোঁ আৰু তেখেতৰ উদ্‌গনিতে ভাগৱত, ৰামায়ণ, মহাভাৰত আৰু বহুতো সাধু-সন্তৰ জীৱনী পঢ়িব লগা হৈছিল। তেখেতৰ সকলো কামৰ মাজতো তেখেতে কেতিয়াবা ৰন্ধা-বঢ়া, তাঁত বোৱা আৰু ফুলবছা কামত মোক লাগি-ভাগি দিছিল। পিছলৈ আমাৰ ল'ৰা-ছোৱালীকেইটাকো তেনেকৈ সকলো কামতে উৎসাহ দিছিল। ভুল কৰিলেও সিহঁতক হাঁহি মুখে বুজাই দিছিল, কিন্তু কাকো টানকৈ কথা কোৱা মনত নপৰে। তেখেতৰ এই স্বভাৱৰ কাৰণেই ৰুদ্ৰেশ্বৰৰ বিৰাট পৰিয়ালটোৰ লগত মই সহজে মিলি যাব পাৰিছিলোঁ।

ৰুদ্ৰেশ্বৰলৈ অহাৰ সময়ত তেখেতে উত্তৰ গুৱাহাটীৰ কমলদেৱ হাইস্কুলত মাষ্টৰি কৰি আৰু লগতে আইন পঢ়ি আছিল। আইন পাছ কৰি তেখেতে মাষ্টৰি কাম এৰি দিয়ে আৰু মামা স্বৰ্গীয় যোগেন্দ্ৰ-নাথ বৰুৱাৰ সহায়ত ওকালতি আৰম্ভ কৰে তেখেতে প্ৰায়ে দাসৰামৰ নাৱত গুৱাহাটীলৈ যায়, আৰু দাসৰামে মাজে সময়ে আন আন যাত্ৰীৰ মাজৰপৰা তেখেতৰ বাবে মোক্কেল বিচাৰি উলিয়াই। এবাৰ দাসৰামৰ নাৱেৰে আহোঁতে বালিত এটা প্ৰকাণ্ড

দ'ম পৰি থকা দেখে। নাওঁ ওচৰ চপাই দ'মটো তুলি লয় আৰু পিছত মানুহ এটাৰে ভাৰ বোৱাই দ'মটো চোতালৰ আগত থয়হি। কি আনিছে বুলি চাবলৈ ঘৰৰ সকলো চোতাল পালেগৈ। বালিৰে পোট গৈ থকা দ'মটোতে আছিল এখন আপুৰুগীয়া পুথি আৰু ইয়াৰপৰাই তেখেতে পিছত শৰাইঘাটৰ বিৱৰণ উদ্ধাৰ কৰে।

পুথিখন লৈ প্ৰথমে অসুবিধাই হৈছিল। ঘৰখনত থবলৈ ঠাই নাই। য'তে ত'তে থবও নোৱাৰি, এন্দুৰ-পই'তাচোবাৰ ভয়। শেষত আমাৰ শোৱনি কোঠাত এচুকত ঠাই দিয়া হল। তাৰ পিছত তেখেতেও তাতে কিছুদিন এচুক হৈ বহি ললে। মাজে-মাজে খং উঠে, মুখেৰে একো নকওঁ। তেখেতে মোৰ ভাব বুজে আৰু পুথিখন পঢ়ি শুনাই মোৰ খং মাৰ নিয়ায়। পুথিখন আনন্দৰাম বৰুৱা পুথিভঁৰালত পিছত থৈ দিয়াতহে ঘৰৰ সকলোৱে নিস্তাৰ পালে।

সেই পুথিভঁৰালটো আমাৰ বিয়াৰ কেইবছৰমান আগতে পতা হৈছিল। ইয়াৰ কাৰণে তেখেতে হেনো বহুতো কষ্ট কৰিছিল। পিছত ময়ো দেখিছিলোঁ পুথিভৰালটোৰ কাৰণে কিতাপ-পত্ৰ আৰু টকা পইচা গোটাবলৈ কেনেকৈ উঠি-পৰি লাগিছিল। তেখেতৰ উদ্‌গনিতেই কেইজনমান ছাত্ৰই শিৱৰাত্ৰিৰ দিনা নাৱেৰে যাত্ৰী উমানন্দলৈ অনা নিয়া কৰিছিল আৰু ভাড়াত উঠা পইচা পুথিভঁৰাললৈ দান কৰিছিল। অশোকাষ্টমীৰ দিনাও ছাত্ৰসকলে এনেকৈ টকা তুলিছিল। এই ছাত্ৰবিলাকৰ ভিতৰত আছিল স্বৰ্গীয় লীলাধৰ বৰুৱা (আগৰ এম-পি) আৰু শ্ৰীলক্ষ্যধৰ চৌধুৰী (আগৰ শিক্ষামন্ত্ৰী)। তদুপৰি তেখেতে লাগি-মেলি লোকেলবৰ্ডৰপৰা পাঁচশ টকা আৰু ডেপুটী কমিছনাৰৰপৰা দুটা আলমাৰী পুথিভঁৰালটোৰ কাৰণে লৈছিল। পুথিভঁৰালটোত আন এটা কামো হৈছিল। প্ৰত্যেক বৃহস্পতিবাৰে ওচৰ-পাজৰৰপৰা বহুতো মহিলা আহি গোট খাইছিল। আৰু তাতে শ্ৰীকুমুদ বৰদলৈৰ স্বৰ্গীয়া মাকে তেওঁলোকক পুতলা কৰিবলৈ শিকাইছিল। আমি গুৱাহাটীলৈ গুচি অহাৰ পিছত এদিন এটা ডাঙৰ ধুমুহাত

পুথিভঁৰালটোৰ মুধচ উৰি যায় আৰু কিতাপ-পত্ৰবোৰ ছেদেলি-ভেদেলি হৈ পৰে। পুথিভঁৰালটো পুনৰ গা কৰি উঠিব নোৱাৰিলে। এই কথাটোৱে তেখেতক বৰ আঘাত দিছিল আৰু ইয়াৰ কথা ওলালেই তেখেতৰ চকুদুটা সেমেকি উঠিছিল।

উত্তৰ গুৱাহাটীত থকা সময়ত তেখেতে বহুতো দুখীয়া ছাত্ৰক সহায় কৰিছিল আৰু এই কামৰ কাৰণে আৰু দুজনমামৰ লগ লাগি এটা সমিতি পাতিছিল। এটা ধোবা ল'ৰাক তেখেতে ঘৰতে পঢ়ুৱাইছিল আৰু গুৰু-দক্ষিণা হিচাপে তাৰ হতুৱাই কাপোৰ ধোৱাই লৈছিল। ডেকাবিলাকৰ কাৰণে তেখেত সচাঁকৈ "মাজু ককাইদেউ" আছিল। এবাৰ তেওঁলোকে দুৰ্গাপূজা পাতিবলৈ ওলাল পিছে গোঁসানী আনিবলৈ পইচা নাই। উপাই বিচাৰি মাজু-ককায়েকৰ কাষ চাপিল। তেখেতে নিৰুৎসাহ নকৰিলে, গোঁসানী হৈ যাব বুলি কথা দিলে। তাৰ পিছত কিছুদিন বাহিৰলৈ বৰকৈ ওলোৱা নাছিল। যথাসময়ত নিজহাতে গোঁসানী গঢ়ি উলিয়ালে। ল'ৰা-জাকে ৰঙতে কৰিলি পাৰিলে। কিছুবছৰৰ পাছত সুধিছিলোঁ। গুৰুজনাৰ ভক্ত হৈ কিয়নো গোঁসানী সাজিলে? উত্তৰত হাঁহি মাৰি কৈছিল: "আমাৰ গুৰুজনাই জানো চিহ্নযাত্ৰা অঁকা নাছিল? পৰম হংসই জানো কোৱা নাই—যত মত, তত পথ?" গুৰুজনাৰ প্ৰতি তেখেতৰ অচলা ভক্তি আছিল, কিন্তু আন সম্প্ৰদায়ৰ মহাপুৰুষ-সকলকো সন্মান কৰিছিল, ভক্তিৰে মূৰ দোঁৱাইছিল। তেখেতৰ এই উদাৰতাৰ কাৰণে কিছুমানে তেখেতক ভুল বুজিছিল, কিন্তু বিজ্ঞসকলে শ্ৰদ্ধা কৰিছিল। তেখেতে কৈছিল: "ধৰ্মত সংকীৰ্ণতা থাকিব নাপায়। সকলো ধৰ্মৰ গুৰিতে একেজন পৰমেশ্বৰ। তেওঁক পাবলৈ বহুতো পথ আছে তাৰে এটা ভালকৈ ধৰিলেই হয়। লাগে কেৱল বিশ্বাস, ভক্তি আৰু ভগৱানৰ কৰুণা। ভগৱানৰ কৃপাতে মানুহে সকলো পায়, কিন্তু সক-সুৰা বস্তু ভগৱানক কেতিয়াও নিবিচাৰিবা।" টকা কড়ি বিষয়ত তেখেত উদাসীন আছিল। আমাৰ

অৱস্থা সদায় একেদৰে নগৈছিল, মাজে সময়ে অভাৱ আছেই। কিন্তু তেখেতক কাহানিও বিচলিত হোৱা দেখা নাছিলোঁ। এইখিনিতে কথা এটা মনত পৰিছে, বিয়াৰ ঠিক পিছৰে কথা। এদিন সুধিছিলোঁঃ "সেৱা কৰাৰ পিছত ববদেউতাইনো কি দিলে ? "উত্তৰত কলে ঃ টকা এটা দিছে। ছোলাৰ জেপতে আছে।" জেপ চাই দেখোঁ, বৰ-দেউতাই দিয়া টকাটো আছিল পুৰণি সোণৰ মোহৰ এটা।

বিয়াৰ পিছত আমি দুয়ো গোলাঘাটৰ মাহাৰা সত্ৰাধিকাৰ প্ৰভুৰ ওচৰত শৰণ লওঁ। গোঁসাই ঈশ্বৰ মাজে মাজে গুৱাহাটীত থকা জীয়েকৰ ঘৰলৈ আহে। গোঁসাই ঈশ্বৰ অহা বুলিলেই তেখেতৰ গাত গোঁসাই নাথাকে। গোঁসাই ঈশ্বৰে তেখেতক বৰ ভাল পাইছিল আৰু তেখেতেও প্ৰভু ঈশ্বৰক বৰ শ্ৰদ্ধা ভক্তি কৰিছিল। দুয়ো লগ হলে আৰু কথাৰ শেষ নাই। কেতিয়াবা ঘৰলৈ ঘূৰোঁতে বহুত ৰাতি হয়। দিহিংসত্ৰাধিকাৰ ত্ৰৈলোক্য শোভন গোস্বামীদেৱৰো তেখেত বৰ প্ৰিয়পাত্ৰ আছিল। গোস্বামীদেৱে লিখা "ঈশ্বৰ-তত্ত্ব আৰু ভক্তিবাদ"খন ৰচনা কৰোঁতে তেখেতে বহুত সহায় কৰাৰ কথা মনত আছে। মহাদেউ স্বৰ্গীয় কনকলাল বৰুৱাকো এনেবোৰ কথাত তেখেতে সহায় কৰিছিল আৰু মহাদেৱেও তেখেতক বৰ ভাল পাইছিল।

তেখেতে বেছিদিন ওকালতি কৰিব নোৱাৰিলে। উকীলে বোলে মিছা কথা কব লাগে, আৰু তেখেতে মিছা কবলৈ টান পায়। সেইসময়তে কটনৰ লাইব্ৰেৰীত কাম এটা ওলায় আৰু কামটো তেখেতেই পায়। কিছুদিনৰ পাছত কলেজৰ অধ্যক্ষ ৰায়ে অসমীয়া শিকাবলৈ তেখেতক ঘৰুৱা শিক্ষক কৰি লয়। এনেতে কলেজৰ অসমীয়া বিভাগত টিউটৰৰ পদ এটা খালী হয় আৰু তেখেতকে কামটো দিয়ে। লাইব্ৰেৰীত কাম কৰি থাকোঁতেই তেখেতে ঘৰতে এম. এ. পঢ়ি পাছ কৰি থয় আৰু পিছত অসমীয়াৰ অধ্যাপক হিচাপে কাম কৰিবলৈ পায়। যথাসময়ত সেই বিভাগৰে মূখ্য অধ্যাপকো হয়গৈ। ডঃ মথুৰামোহন গোস্বামী আছিল তেখেতৰ

অন্তৰংগ সহপাঠী। লিখা-পঢ়াত যিসকল তেখেতৰ সহায়-সাৰথি আছিল সেইসকলৰ ভিতৰত আছিল ড° বাণীকান্ত কাকতি, সূৰ্য-কুমাৰ ভূঞা আৰু ড° বিৰিঞ্চিকুমাৰ বৰুৱা। ড° কাকতিয়ে যিদিনা তেখেতক "গুৰু-চৰিত"খন চাই-চিতি দিবলৈ ভাৰ দিয়ে সেইদিনা ঘৰলৈ আহি কয়ঃ "মই আজি অন্তৰেৰে বিচৰা বস্তু এটা পাইছোঁ।" প্ৰায় দুটা বছৰ অশেষ কষ্ট কৰি এই পুথিখন ছপাবলৈ যুগুত কৰিছিল।

১৯৫৯ চনত তেখেতৰ অৱসৰ লোৱাৰ কথা ওলাল ঘৰৰ সকলো চিন্তাত পৰিলোঁ। ইতিমধ্যে আমাৰ ডাঙৰ ছোৱালীজনীৰ বিয়া হৈ গৈছে, আৰু দুজনী ছোৱালী আৰু ল'ৰা দুটাই পঢ়ি আছে। পেঞ্চনৰ টকাৰে ঘৰখন চলোৱা টান হব। কিন্তু তেখেতৰ সেই-বোৰলৈ কাণ সাৰ নাই। কথাটো উলিয়ালে তেখেতে কৈছিলঃ "একো চিন্তা নকৰিবা। ভগৱানে সকলো চলাই নিব।" সচাঁকৈয়ে ভগৱানৰ কৃপাতে তেখেতে অৱসৰ লোৱাৰ প্ৰায় লগে লগে তেখেতৰ বাবে কাম এটা ওলাল। তাতে কামটো আকৌ বৃন্দাবনত। খবৰটো শুনি আমি সকলোৱে ৰং পালো। তেখেতে কিন্তু ৰং পাইছিল বৃন্দাবত থকাৰ সুবিধাটো পোৱাতহে। চাকৰিটো পোৱাৰ আগেয়ে তেখেতে হেনো বৃন্দাবনত বাস কৰা সপোনত গম পাইছিল। সেইসময়ত মযো তেনেধৰণৰ সপোন দেখিছিলোঁ। আমাৰ সপোনবিলাক বহুত সময়ত ফলিয়াইছিল। সেইবাবেই সপোনৰ কথা আমি দুয়ো বিশ্বাস কৰিছিলোঁ। তেখেতে দেখা সপোনবোৰ লৈ এটা ডায়েৰিও লিখিছিল।

বৃন্দাবন-যাত্ৰা আৰু তাত কটোৱা প্ৰায় পোন্ধৰটা বছৰ মই কোনো দিনে পাহৰিব নোৱাৰোঁ। বৃন্দাবনত ভগৱন্তই নিজে লীলা কৰিছিল আৰু তাৰ প্ৰতিটো ধূলিকণাকে চিনা চিনা যেন লাগে। এই বৃন্দাবনতে আমাৰ গুৰুজনায়ো প্ৰায় ছমাহ কৃষ্ণ-ভক্তিত মজি আছিল। আমাৰ পোন্ধৰতা বছৰ বৃন্দাবনত কেনেকৈ পাৰ হল ভাবিলে

সপোন সপোন লাগে। এই কালছোৱাতে আমি বহুতো ডাঙৰ ডাঙৰ সাধু-সন্ত আৰু মহাপুৰুষৰ সংগ লাভ কৰিছিলোঁ। আৰু তেওঁলোকৰ আশীৰ্ব্বাদতেই বৃন্দাবনত আমাৰ গুৰুজনাৰ থাপনা পতা হল। এই কামত আগভাগ লোৱাসকলৰ ভিতৰত প্ৰধান আছিল, স্বৰ্গীয় চেনিৰাম শইকীয়া। বাকীসকল হল আমাৰ তেখেতৰ উপৰিও স্বৰ্গীয় ললিতচন্দ্ৰ বৈশ্য সাউদ আৰু স্বৰ্গীয় নলিনীকুমাৰ দাস। তেখেতে কৈছিল: "ইয়াত গুৰুজনাৰ থাপনা পতা ভগৱানৰে লীলা। আমি নিমিত্ত মাথোন" আসন পতাৰ দিনটো মোৰ সৌ সিদিনা যেন লাগে। ইমানবিলাক অসমীয়া মুখ বৃন্দাবনত একেলগে দেখা এয়েই প্ৰথম। সেই উপলক্ষে বৰদোৱা থানৰ গোঁসাই প্ৰভুও গুৰুজনাৰ আসন আৰু ভক্তসকলক লগত লৈ আহিছে। চাৰিওপিনে উখল মাখল। আমি খোৱা বোৱা পাহৰিছোঁ। সকলোৰে মনত উৎসাহ। নিৰ্দিষ্ট সময়ত শোভাযাত্ৰা আৰম্ভ হ'ল। খোল-মৃদংগৰ শব্দ আৰু আমাৰ গুৰুজনাৰ জয়ধ্বনিৰে বৃন্দাবনৰ পথ মুখৰিত হৈ উঠিল। আমাৰ ভাওনা চাই আৰু বৰগীত শুনি ব্ৰজবাসী আপ্লুত হৈ পৰিল আৰু বহুতে থাপনাৰ ভাগৱতখন চাই ভক্তিত অভিভূত হ'ল।

যিটো মন্দিৰত থাপনা পতা হ'ল সেইটো পূৰ্বতে ৰাজস্থানৰ মহাৰজা এজনে সজাইছিল ব্ৰহ্মকুণ্ডৰ পাৰতে। মন্দিৰটো কিনাৰ সময়ত এনেয়ে পৰি আছিল। স্বৰ্গীয় দাসে তেখেতৰ লগ লাগি আৰু বহুতো কষ্ট স্বীকাৰ কৰি ব্যৱহাৰৰ উপযোগী কৰালে। ইয়াৰ আগতে শ্ৰীশ্ৰীশংকৰদেৱ সেৱা সংঘই মন্দিৰৰ তেনেই ওচৰতে এটা দুমহলীয়া দালান কিনি থৈছিল। আমি তাৰে এটা অংশত আছিলোঁ, আন এটা ভাগত থাপনা পাতিছিলোঁ আৰু বাকীবিলাক কোঠা যাত্ৰীৰ বাবে ৰখা হৈছিল। সেই সময়ত গোসাঁইঘৰৰ কাম আৰু যাত্ৰীক লোৰ-পোহ আমি দুজনেই কৰিছিলোঁ। মন্দিৰত থাপনা পতাৰ পিছত বৰদোৱাৰ দুজন ভকত অনাই ৰখাৰ নিয়ম কৰালে। কিন্তু ভকত দুজন সকলো সময়তে বৃন্দাবনত নাথাকে। ফলত বেছিভাগ

কামৰ ভাৰ আমাৰ দুজনৰ ওপৰতে পৰিছিল। মাজে মাজে গুৱাহাটীৰ-পৰা স্বৰ্গীয় দাস আৰু তেখেতৰ পত্নী গৈ আমাক সহায় কৰিছিল।

বৃন্দাবনত থকা কালত মই তেখেতৰ কম শক্তি, উৎসাহ আৰু ধৈৰ্য দেখি তবধ মানিছিলোঁ। ছাত্ৰৰ গৱেষণা কামত দিহা দিয়াৰ উপৰিও, তেখেতে ভালেমান প্ৰবন্ধ আৰু কেইখনমান পুথি ৰচনা কৰে লগতে মেল-মিটিং, সৎসংগ আৰু ভগবদ্ আলোচনা আছেই। তদুপৰি মন্দিৰৰ কাম। এইদৰে কাম কৰাৰ ফলত তেখেতৰ স্বাস্থ্য ভাঙি পৰে। আৰু অসমলৈ ঘূৰি অহাৰ দুবছৰ আগৰেপৰা প্ৰায় বিচনাতে পৰি থকা অৱস্থা। সংসাৰৰ সকলো ভাৰ মোৰ মূৰতে পৰে। লৰা-ছোৱালীবোৰো দূৰে দূৰে। ছোৱালীকেইজনীৰ বিয়া হৈ গেছে, ডাঙৰটো ল'ৰা বম্বেত আৰু সৰুটো গুৱাহাটীত। ইফালে চৰকাৰৰপৰাই দেৰবছৰে দৰমহা নাই। আমি সকলো ভগৱানৰ ওপৰতে এৰি দিছিলোঁ। ঠিক এই সময়তে অসমৰপৰা এখন চিঠি পাওঁ। সেইদিনা মোৰ মাজু জী-জোঁৱাইও ল'ৰা-ছোৱালী দুটাৰে সৈতে আলমোড়াৰপৰা আহে। চিঠিখন পঢ়ি মই একেবাৰে মৰ্মাহত হৈছিলোঁ আমি হেনো থকা কোঠাকেইটা এৰি দিব লাগে আৰু মন্দিৰৰ চৌহদতো বোলে আমাৰ স্থান নাই। চিঠিখন আহিছিল শ্ৰীশ্ৰীশংকৰ-দেৱ সংঘৰ নতুনকৈ পতা সমিতিৰপৰা।

অসুখৰ বাবে তেখেতে আগতে কেইবাবাৰো সংঘৰ সম্পাদকৰ বাবটো এৰি দিব খুজিছিল আৰু সেই বিষয়ে সংঘলৈ কেইবাখনো চিঠি লিখিছিল এতিয়া এই বাবটোপৰা তেখেতক গুচাই দিয়াত আচৰিত হোৱা নাছিলো। কিন্তু মন্দিৰৰ চৌহদত আমাৰ থাকিবলৈ ঠাই নহব তাকহে বুজিব নোৱাৰিলোঁ। মন্দিৰৰ পুৰণি ঘৰটোও ভাড়া লৈ থকাৰ ব্যৱস্থা আছিল। আমিনো কি অগৰ লগালোঁ ভাবি উলিয়াব নোৱাৰিলোঁ। তেখেতৰ উদাৰতাক হয়তো ভুল বুজিলে আৰু সেয়েহে আমাক এনেদৰে শাস্তি বিহিলে। কথাটো ভাবি মোৰ চকুপানী ওলাল। তেখেতে কিন্তু হাঁহি মুখে সকলো সহ্য কৰিলে।

যিসকলে তেখেতক ভুল বুজিলে সেইসকলৰ বিৰুদ্ধে তেখেতৰ মুখৰপৰা মাত এষাৰো নোলাল। সকলো ভগৱানৰ ইচ্ছা বুলিয়েই ভাবিলে আৰু মোক অসমলৈ ঘূৰি আহিবলৈ সাজু হবলৈ কলে। কিন্তু নানা অসুবিধাৰ বাবে, বিশেষকৈ তেখেতৰ অসুস্থতাৰ কাৰণে, আমি যিমান সোনকালে ঘূৰিব পাৰিম বুলি ভাবিছিলোঁ সিমান সোনকালে নোৱাৰিলোঁ।

ইমান দিনৰ মূৰত ঘৰলৈ ঘূৰি আহিবলৈ পাই বৰ লাগিছিল। কিন্তু বৃন্দাবন একেবাৰে এৰি আহিব লগাত দুখো পাইছিলোঁ। তেখেতে বুজনি দিছিল: "আমাৰ এতিয়া বৃন্দাবন-বাস শেষ নহয়। আমি যতেই থাকোঁ সেয়েই আমাৰ বৃন্দাবন।" ঘৰলৈ আহি তেখেতে সংসাৰৰ সকলো ভাৰ মোৰ ওপৰতে গটাই দিলে আৰু কলে: "তুমি ভাগৱতখন কেতিয়াও নেৰিবা" অসমলৈ আহি তেখেত বেছিভাগ বিচনাতে আছিল আৰু জীৱনৰ বাকীকেইটা বছৰ কেৱল গুৰুজনা, আতাসকল আৰু ভাগৱতৰ কথাই তেখেতে কৈছিল। মৃত্যুৰ আগদিনা কৈছিল: "আতাসকল আহিছে, মোৰ যাবলৈ আৰু বেছি দিন নাই।" বহু সময়ত মই বুজিও যেন নুবুজা হৈছিলোঁ। তিনি জুনৰ দিনা গধূলি গোসাঁই ঘৰত চাকি দি আহি দেখিছিলোঁ তেখেতে যেন এক পৰম শান্তিত চিৰদিনৰ কাৰণে চকু দুটা মুদি আছে। তেখেতৰ শেষ কথাকেইটা তেতিয়াহে বুজিছিলোঁ।

- -

# দেউতাক যেনেকৈ পাইছিলোঁ

শ্ৰীমতা প্ৰণীতা ফুকন

তেতিয়া আমি বৃন্দাবনত। পুৱা চাৰি বজা। ওচৰৰ ৰংগনাথজী মন্দিৰত শংখ-ঘণ্টাৰে বেদস্তোত্ৰ আৰম্ভ হৈছে। উঠি দেখোঁ দেউতাই পাচলি কুটি সৰু সৰুকৈ গাইছে:

পৰম অভয় তোমাৰ চৰণ
তাপ তিমিৰ বিনাশন॥
দয়াশীল দেৱ দামোদৰ,
তুমি দীন-জন-বন্ধু
পতিত পাৱন তুমি কৃপাময়
কেৱলে করুণা সিন্ধু॥

দেউতাই ঘৰৰ সৰুসুৰা কাম কৰা আগেয়েও দেখিছিলোঁ। কিন্তু সেইদিনা একান্তমনে পাচলি কুটি থকা দেখি কিছু আচৰিত মানিছিলোঁ, বিশেষকৈ ইমান নিপুণ হাতেৰে কামটো কৰাত যি নিপুণতা হয়তো বহুতো বোৱাৰী-জীয়ৰীৰ বাবে ঈৰ্ষাৰ কথা হব। পিছত গম পালোঁ দেউতাই সেইদিনা কেইবাজনো সাধু-সন্ন্যাসীক নিমন্ত্ৰণ কৰিছে। সেই কাৰণেই ইমান ৰাতিপুৱাৰেপৰা তেওঁলোকৰ অভ্যৰ্থনাৰ বাবে ব্যস্ত।

বৃন্দাবনত থকা সময়ত আমি প্ৰায়ে সতৰ্ক হৈ থাকিব লাগিছিল-কেতিয়া কোন সময়ত দেউতাই সাধু-ভোজন কৰায় ঠিক নাই। কেতিয়াবা বিৰক্তও হৈছিলোঁ, কিন্তু তেখেতৰ সন্তুষ্টিৰ কাৰণে সাধু-সেৱাত প্ৰায়ে সহায় কৰিছিলোঁ। দেউতাৰ কৰ্মব্যস্ত জীৱনত সাধু সেৱা এটা প্ৰায় নিত্য-কৰ্তব্য হৈ পৰিছিল। আন এদিনৰ কথা।

এজন বঙালী সাধুৱে দেউতাত নানা তত্ত্বকথা শুনাইছে। দেউতাইও একান্তমনে শুনি আছে; যেন তেখেতে প্রথম বাৰৰ কাৰণেহে এনে ধৰণৰ কথা শুনিছে। এজন একান্ত শ্রোতা পাই সাধুৰ পৰম আনন্দ, আৰু তেওঁৰ বক্তৃতা যেতিয়া এঘণ্টা মানেও শেষ নহ'ল আমি নিৰুপায় হলোঁ। কাৰণ দেউতা ইন্‌ষ্টিটিউটলৈ যাবৰ সময় হৈ গৈছে; আৰু ইফালে তেখেতে সাধুজনক নিৰুৎসাহ কৰিবলৈ বেয়া পাইছে। আমি বুধি কৰি সাধুজনক পিছদিনা নিমন্ত্রণ কৰিব লগা হ'ল। পিছদিনা সাধুজন আহিছিল, কিন্তু মায়ে ৰন্ধা ভাতৰ জুতি পাই তেওঁ নিদ্রা-দেৱীৰ আশ্রয় লৈছিল আৰু তেওঁৰ বক্তৃতাৰ কথা পাহৰি গৈছিল।

এবাৰ আমাৰ ভাইটিৰ জন্ম দিন। দেউতাই গোপাল ভোগ কৰি ওচৰৰ ল'ৰা-ছোৱালী দুটামান মতাই অনালে। কথাটো ইতি-মধ্যে আমি থকা ব্রহ্মকুণ্ড পাৰাত বাষ্ট্র হৈ পৰিল। লগে লগে ক'ৰ পৰানো ব্রজনন্দনবোৰ জাকে জাকে ওলালহি কব নোৱাৰোঁ। শেষত ধাৰাসাৰে বৰষুণ দিয়াত যেনিবা ত্রাহি মধুসূদন কৰিবলগা নহ'ল। আন এবাৰ যমুনা পাৰ হৈ বেলবন নামৰ ঠাইত বনভোজ খাবলৈ গৈছিলোঁ। আমাৰ উদ্দেশ্য বুজি ল'ৰা ছোৱালী এজাকে আগুৰি ধৰিলে। দেউতাই আদৰ-সাদৰ কৰি সিহঁতকো খাবলৈ দিলে। এনেয়ে ল'ৰা-ছোৱালী, তাতে আকৌ বৃন্দাবন, আৰু দেউতাৰ কাৰণে সিহঁতৰ প্রত্যেকেই আছিল একোজনা সাক্ষাৎ গোপাল। কেৱল মানুহকে নহয়, সকলো জীৱ জন্তু. চৰাই-চিৰিকতি আৰু তৰু-লতাক দেউতাই যত জীৱ তত শিৱ জ্ঞানেৰে সেৱা কৰিছিল। অতিথিক সাক্ষাৎ দামোদৰ বুলি ভাবিছিল। দেউতাৰ স্বভাৱৰ এই দিশটোৱে হয়তো বৃন্দাবনত পৰিপূর্ণতা লাভ কৰিছিল। বৃন্দাবন শ্রীকৃষ্ণৰ লীলাভূমি আৰু আমাৰ গুৰুজনাৰো পবিত্র ক্ষেত্র। ইয়াৰ মাটি-পানী, তৃণ-তৰু, আকাশ-বতাহ সকলোতে যেন দেউতাৰ চিৰ আৰাধ্য জনৰ স্মৃতি বিজৰিত। যমুনাৰ পানী, ৰাধা-কুণ্ড, কেশীঘাট, কালিয়দহ, নিধুবন, সেৱাকুঞ্জ আৰু ৰাধাবাগৰ ময়ূৰ নাচ এই সকলোতে তেখেতে

এটা অহৈতুক আনন্দ উপলব্ধি কৰিছিল। ছুটীৰ দিনত আমি প্ৰথমতে প্ৰায়ে দেউতাৰ লগত বৃন্দাবনৰ ওচৰৰ ঠাইবিলাকলৈ গৈছিলোঁ। বাটত দেউতাই অনেক তত্ত্বকথা বুজাই গৈছিল। বৃন্দাবনৰ গছ-লতিকাবোৰ হেনো একোজনা ডাঙৰ ডাঙৰ ঋষি-মুনি, শ্ৰীকৃষ্ণৰ পদৰজৰ কাৰণে ব্যাকুল হৈ তেওঁলোকে বৃক্ষৰূপে তপস্যা কৰি আছে। সঁচাকৈয়ে বৃন্দাবনৰ গছ-লতিকাবোৰ অদ্ভুত। গছবিলাকৰ আগবোৰ দোঁ খাই যেন ব্ৰজভূমিৰ চৰণ চুই আছে। কালিযদহৰ ওচৰত এজোপা কেইবা শ বছৰ পুৰণি বটগছ আছে, যিজোপাৰ কথা শ্ৰীবিজয়কৃষ্ণ গোস্বামী দেৱে উল্লেখ কৰিছে। গছজোপাৰ ভিতৰে ভিতৰে "ৰাধাকৃষ্ণ" বুলি কেবাঠাইতো লিখা আছে। ই এটা অস্বাভাৱিক কথা—পাণ্ডাৰ মাহাত্ম্য নহয়। ৰাধাপ্ৰেমৰ তাৎপৰ্য বুজাই দেউতাই কৈছিল এটি সাত বছৰীয়া শিশুকৃষ্ণৰ প্ৰতি ৰাধাৰ বয়সৰ এগৰাকী বোৱাৰীৰ যি বিহ্বলতা সি হৈছে আত্মা পৰমাত্মাত বিলীন হোৱাৰ আকুলতা। ইয়াত পাৰ্থিব প্ৰেমৰ কোনো মলিনতা নাই।

আগেয়ে আমি দেউতাক আনন্দত ইমান মতলীয়া হোৱা দেখা নাছিলোঁ। কিন্তু বৃন্দাবনত দেউতাৰ এটা নতুন ৰূপ দেখিছিলোঁ। দেউতাক এই নতুন ৰূপটো দিছিল বোধকৰো ভগৱান-প্ৰাপ্তিৰ আনন্দই। এই আনন্দত দেউতাই কিন্তু নিজকে উটুৱাই দিয়া নাছিল। দেউতাৰ বৈৰাগ্য সকৰে পৰা আছিল, কিন্তু দেউতা কোনো দিনেই বৈৰাগী নাছিল। এনে এটা পৰিস্থিতিত দেউতাৰ স্বভাৱৰ বহুতেই হয়তো নিজকে পাহৰি গ'লহেঁতেন, নিজৰ দায়িত্ব অৱহেলা কৰিলেহেঁতেন। কিন্তু দেউতাই সংসাৰী হৈ, সংসাৰৰ সকলো ব্যস্ততাতে নিজকে ডুবাই ৰাখি, কৰ্মযোগী হৈ প্ৰকৃততে সেই সুন্দৰৰে আৰাধনা কৰিছিল। সাহিত্যিক, সমালোচক, গৱেষক আৰু গুৰুজনাৰ একান্ত ভক্ত বুলি পৰিচিত হলেও দেউতা প্ৰকৃততে আছিল সুন্দৰৰ পূজাৰী, দ্ৰষ্টা। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে দেউতাই ভালেমান কবিতা ৰচনা কৰিছিল আৰু তাৰ বেছি ভাগেই অপ্ৰকাশিত হৈ সিচঁৰিত হৈ আছে।

বৃন্দাবনত থকা সময়ছোৱাত মই সদায় দেউতাক ব্যস্ত দেখিছিলোঁ। গৱেষক ছাত্ৰক দিহা পৰামৰ্শ দিয়াৰ উপৰিও, তেখেতে বৃন্দাবনত ভালেমান প্ৰবন্ধ আৰু কেইখনমান কিতাপ ৰচনা কৰিছিল। তাৰ ভিতৰত আছিল 'ভাগৱতৰ আগকথা', 'নিমি নৱ সিদ্ধি সম্বাদ', 'লক্ষ্মীনাথ বেজবৰুৱা' আৰু 'আশীৰ্বাদ এবং আদেশ'। শেষৰখন হিন্দীৰ পৰা বঙলা অনুবাদ। তদুপৰি শ্ৰীশংকৰ দেৱ আৰু গুৰুনানকৰ তুলনামূলক এখন গ্ৰন্থ ৰচনা কৰাৰ উদ্দেশ্যে বহুতো কিতাপ যোগাৰ কৰি লৈছিল। কিন্তু অসুস্থতাৰ কাৰণে এই বিষয়ত বেছি আগবাঢ়িব নোৱাৰি, মোকে কামটো সমাধা কৰিবলৈ কৈছিল আৰু দিহা-পৰামৰ্শও দিছিল। দেউতাৰ উৎসাহৰ বাবে মই কলেজত পঢ়ি থাকোঁতে স্বামী বিবেকানন্দৰ "ভাৰত-কল্যাণ" অসমীয়ালৈ অনুবাদ কৰিছিলোঁ আৰু সেইখন গুৱাহাটীৰ ৰামকৃষ্ণ মিছনে প্ৰকাশ কৰিছিল। কেৱল লিখা-পঢ়াতে নহয়, আন বিষয়তো খেলা-ধূলা নাচ-গান, চিলাইকৰা, তাঁত-বোৱা ইত্যাদি আমাক সদায় উৎসাহ-উদ্দীপনা দিছিল।

দেউতাই দৃঢ়ভাৱে বিশ্বাস কৰিছিল, ঈশ্বৰেই সত্য আৰু বাকী সকলো অসত্য। আমি জনা-বুজা হোৱাৰ পিছৰেপৰা দেউতাক এজন ঋষিতুল্য ব্যক্তি বুলি জ্ঞান কৰি আহিছোঁ। তেখেতৰ সকলো চিন্তা, সকলো কৰ্ম একমাত্ৰ পৰমেশ্বৰকে কেন্দ্ৰ কৰি আছিল আৰু আমাকো সেই শিক্ষাই দিছিল যাতে আমি যিকোনো পৰিস্থিতিতে আৰু হাজাৰটা বিপদৰ মাজতো ভগৱানক পাহৰি নেযাওঁ। আমাৰ প্ৰত্যেকটো কাম যেন ভগৱানৰ সেৱা বুলি কৰি যাওঁ। দেউতা আছিল মাহাৰ্য সত্ৰাধিকাৰৰ শৰণ লোৱা ভক্ত। কিন্তু ধৰ্মৰ সকলো সম্প্ৰদায়কে সমানে গুৰুত্ব দিছিল আৰু সেইবিলাকৰ ভালখিনি গ্ৰহণ কৰিবলৈ কুণ্ঠাবোধ নকৰিছিল। ধৰ্মীয় সংকীৰ্ণতা দেউতাৰ কোনো দিনেই নাছিল। শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংসৰ যত মত তত পথত দেউতাই অন্তৰেৰে বিশ্বাস কৰিছিল। ইয়াৰ বাবে বহুতে তেখেতক ভুল বুজিছিল, কিন্তু উদাৰসকলে শ্ৰদ্ধা জনাইছিল। বৃন্দাবনত থকা

কালত এই কথাটো ভালকৈ লক্ষ্য কৰিছিলোঁ, আৰু লক্ষ্য কৰিছিলোঁ প্ৰথমতে বৃন্দাবনত যদিও দেউতা আনন্দত মতলীয়া হৈছিল সেয়া আছিল ক্ষন্তেকৰ বাবেহে। দেউতা পুনৰ স্বাভাৱিক হৈ পৰিছিল ধীৰ-সুস্থিৰ কৰ্মযোগী। এক শান্ত-সৌম্য মূৰ্তি। ধীৰ-গম্ভীৰ স্বৰেৰে দেউতাই গোৱা এতিয়াও মনত আছে:

প্ৰভু ভগৱন্ত অনন্ত ঈশ্বৰ
প্ৰপন্ন-জন তাৰণ ;
তুমি প্ৰিয়তম পৰম দেৱতা
মানিয়া লৈলোঁ শৰণ।

দেউতাৰ জীৱনলৈ শোকো আহিছিল। জীৱনৰ ডাঙৰ আঘাতটো পাইছিল ককাদেউতা নন্দৰাম লেখাৰুৰ নিৰুদ্দেশত। তেতিয়া দেউতা কলিকতাত আছিল। পৰীক্ষা দি দেউতা ঘৰলৈ ঘূৰি অহাৰ দহদিনমান আগতে ককাদেউতা কদ্ৰেশ্বৰৰ ঘৰৰপৰা ওলাই যায়। ওলাই যি গ'ল গ'লেই, পুনৰ ঘূৰি নাহিল। ককাদেউতা বোলে বৰ ধৰ্মভাৱাপন্ন লোক আছিল, কীৰ্ত্তন-ঘোষা পঢ়িলে চকুপানী ওলাইছিল। কোৱা শুনিছোঁ দেউতা ঘূৰি আহি যেতিয়া এই শোক সম্বাদ পালে, তেতিয়া অলপো বিচলিত নহ'ল। তিনিদিন উপবাসে থাকি গভীৰ ধ্যানত বহিল। (ইয়াৰ কিছুবছৰৰ আগতে স্বামী যোগানন্দৰ (টপাবাবাৰ)পৰা ৰাজযোগ শিকি আসন-প্ৰাণায়ম অভ্যাস কৰিছিল আৰু বহুত অগ্ৰসৰো হৈছিল। কিন্তু শৰণ লোৱাৰ পিছত ভগৱৎ অনুপ্ৰেৰণাক্ৰমে তেখেতে সেইবোৰ বাদ দিয়ে আৰু কেৱল নাম-জপত ধৰে।) ধ্যানৰ তৃতীয় ৰাতি দেউতাই ককাদেউতাৰ নিৰু-দ্দেশৰ ৰহস্য উদ্‌ঘাটন কৰিছিল আৰু সেই কাৰণে ককাদেউতাক বিচাৰি যোৱা বৃথা চেষ্টাৰপৰা বিৰত আছিল। নিৰুদ্দেশ হোৱাৰ আগতে দেউতাই ককাদেউতাৰপৰা এখন চিঠি পাইছিল। আন কথাৰ লগতে তাত লিখা আছিল: "চাই-চিন্তি বাট বুলিবা, সংসাৰত বহুত হুল-জেং আছে।"

দেউতাই জীৱনৰ শেষ আঘাতটো পাইছিল বৃন্দাবনত—বৃন্দাবন বাসৰ শেষৰ ফালে । কিন্তু আমি আচৰিত হৈছিলোঁ এনে এটা কঠোৰ আঘাতেও দেউতাক অলপো বিচলিত কৰিব পৰা নাছিল । সেইদিনা আমি মোৰ স্বামী আৰু মই ল'ৰা-ছোৱালী দুটাৰ সৈতে আলমোড়াৰ পৰা বৃন্দাবনলৈ গৈছিলোঁ । ঘৰটো নিজম পৰি আছিল । মা-দেউতা একেলগে বহি আছে । কাষত থকা টেবুলখনত সেইদিনা অসমৰ-পৰা আহি পোৱা চিঠি । চিঠিখনৰ লেটাৰ হেড্‌টো আছিল শ্ৰীশ্ৰীশংকৰ-দেৱ সেৱা সংঘৰ । তাৰ লগতে সংঘৰ নতুন কাৰ্যনিৰ্বাহক সমিতিৰ দুটামান নতুন প্ৰস্তাৱ । তাৰে প্ৰস্তাৱ এটা পঢ়ি হতভম্ব হৈ পৰিলোঁ : দেউতাই যেন শংকৰ মন্দিৰত থকা কোঠাকেইটা খালি কৰি দিয়ে, দেউতাৰ বাবে মন্দিৰৰ চৌহদত স্থান নাই । প্ৰস্তাৱটো পঢ়ি মোৰ চকুপানী ওলাইছিল, মাৰ চকু দুটাও সেমেকি উঠিছিল । কিন্তু দেউতা আছিল একেবাৰে নিৰ্বিকাৰ, ধীৰ আৰু গম্ভীৰ ।

বৃন্দাবনৰ এই শংকৰ মন্দিৰ এদিন দেউতা আৰু তেখেতৰ কেইজনমান সতীৰ্থৰ আপ্ৰাণ চেষ্টাত গঢ়ি উঠিছিল । মন্দিৰ স্থাপনৰ প্ৰথম অৱস্থাত মন্দিৰৰ যাবতীয় কাম কৰিবলৈ মা আৰু দেউতাৰ বাহিৰে কোনো নাছিল । সংঘৰ প্ৰথম অবৈতনিক সম্পাদক হিচাপে দেউতাক সংঘই মন্দিৰৰ ঘৰতে থাকিবলৈ অনুমতি দিছিল । সেই সময়ত মা আৰু দেউতাই মন্দিৰৰ সকলো কাম- ধাপনাৰ আগত চাকি দি নাম-প্ৰসংগ কৰাৰপৰা যাত্ৰীসকলক সোধ-পোচ কৰালৈকে নিজেই কৰিবলগীয়া হৈছিল । অৱশ্যে সংঘৰ সভাপতি স্বৰ্গীয় দাস সপৰিবাৰে মাজে মাজে গৈ মাহঁতক সহায় কৰিছিল । নিজে ইমান কষ্ট স্বীকাৰ কৰি গঢ়ি তোলা এই মন্দিৰত দেউতাৰ স্থান নোহোৱা হ'ল । এইখিনিতে উল্লেখ কৰা ভাল হব যে দেউতাই জীৱনত বহুতো সাধু-সন্ত আৰু মহাপুৰুষৰ সান্নিধ্যলৈ আহিছিল আৰু সকলোকে সন্মানৰ চকুৰে চাইছিল । যিসকল মহাত্মাৰ সংশ্ৰৱলৈ দেউতা আহিছিল সেইসকলৰ ভিতৰত আছিল শ্ৰীআনন্দময়ী মা, শ্ৰীমৌনী বাবা,

শ্ৰীনাথ বাবা, শ্ৰীসীতাৰাম দাস ওংকাৰনাথ বাবা, শ্ৰীলীলা বাবা, শ্ৰীনিমকৰৌলি বাবা, শ্ৰীধনঞ্জয় বাবা, শ্ৰীদেওহৰিয়া বাবা আৰু শ্ৰীভক্তিমাতা। কিন্তু দেউতাই কাকো গুৰুৰ আসনত বহুৱা নাছিল।

তথাপি এটা মহলপৰা প্ৰচাৰ চলোৱা হৈছিল দেউতাই শ্ৰীহৈৰাখাণ্ডি বাবাৰ শিষ্যত্ব গ্ৰহণ কৰি আমাৰ গুৰুজনাক অৱমাননা কৰিছে। এই অপ-প্ৰচাৰৰ মূলতে আছিল এটা সামান্য ঘটনা। শ্ৰীহৈৰাখাণ্ডি বাবা বৃন্দাবনলৈ আহিলেই পাঞ্জাব, দিল্লী,. বম্বেৰপৰা ভক্ত দলে দলে আহে। বাবাৰ মন্দিৰত ইমানবিলাক ভক্ত থকাৰ কাৰণে ব্যৱস্থা নাই। গতিকে কিছুমানে শংকৰ মন্দিৰৰ অতিথি শালাত আশ্ৰয় লয়। এবাৰ শংকৰ মন্দিৰত বাবাৰ বহুতো ভক্ত থকাৰ সময়ত অসমৰপৰা কেইজনমান তীৰ্থযাত্ৰী ওলালগৈ। তাত আন সম্প্ৰদায়ৰ মানুহ দেখি, বিশেষকৈ ইংৰাজ, মাৰ্কিন আদি কেইজনমান বিদেশী ম্লেছক দেখা পাই, তেওঁলোক খণ্ডত টিণ্ডিৰি তুলা হ'ল।

সংঘৰ সভাপতি আৰু সাধাৰণ সম্পাদক হিচাপে স্বৰ্গীয় দাস আৰু দেউতাই মিলি ঠিক কৰিছিল মন্দিৰৰ আয় আৰু আমাৰ শংকৰী ধৰ্মৰ প্ৰচাৰৰ বাবে অতিথিশালাত জাতি-বৰ্ণ-নিৰ্বিশেষে সকলোৱে স্থান পাব। কিন্তু সংঘৰ কোনো সদস্যই মুখেৰে বা লিখিতভাৱে এই সিদ্ধান্তৰ বিৰোধিতা কৰা নাছিল। এই ঘটনাৰ কিছুমাহৰ পিছত দাস ডাঙৰীয়া স্বৰ্গী হয় আৰু অসমত শ্ৰীশ্ৰীশংকৰদেৱ সেৱা সংঘৰ নতুন কাৰ্যনিৰ্বাহক সমিতিয়ে মন্দিৰৰ ভাৰ লয়। এই নতুন সমিতিৰ প্ৰস্তাৱ অনুসৰিয়েই দেউতাৰ কাৰণে শংকৰ মন্দিৰৰ দুৱাৰ চিৰদিনৰ বাবে বন্ধ হৈ গৈছিল।

সেই সময়ত দেউতাৰ শাৰীৰিক আৰু আৰ্থিক অৱস্থা বেয়া। তেখেত বেছি সময় বিছনাতে পৰি থাকে। ইফালে আমোলাৰ বণ্ডা ফিটাৰ মেৰপাকত তেখেতে প্ৰায় দেৰ বছৰ দৰ্মহা পোৱা নাই। ইমান বিপদৰ মাজতো দেউতাই নীৰৱে সকলো সহ্য কৰি গৈছিল। দেউতাই জীৱনত হয়তো বহুতো তিক্ততা পাইছিল, কিন্তু পিছৰ

জীৱনত তাক কোনো দিনেই প্ৰকাশ কৰা নাছিল। ভগৱানৰ প্ৰতি দেউতাৰ আছিল অসীম শ্ৰদ্ধা-ভক্তি আৰু সেয়েহে দেউতাক সকলো অৱস্থা হাঁহিমুখে সবলৈ প্ৰেৰণা দিছিল। দেউতা আছিল এজন মুক্ত পুৰুষ যাৰ বাবে সুখ-দুখ, হাঁহি-কান্দোন, মান-অপমান সকলো একাকাৰ হৈ পৰিছিল। সেয়েহে দেউতাৰ কথা মনত পৰিলে, তেখেতৰ চিৰসংগী পকেট গীতাখনৰ দেউতাৰ হাতেৰে বিশেষভাৱে চিহ্নিত দুটা শ্লোক মনলৈ আহে ঃ

সমঃ শত্ৰৌ চ মিত্ৰে চ তথা মানাপমানয়োঃ।<br>
শীতোষ্ণসুখদুঃখেষু সমঃ সংগবিবৰ্জ্জিতঃ ॥<br>
তুল্যনিন্দাস্তুতিমৌনী সন্তুষ্টো যেন কেনচিৎ।<br>
অনিকেতঃ স্থিৰমতিৰ্ভক্তিমান্ মে প্ৰিয়ো নৰঃ ॥

—দ্বাদশ অধ্যায় ১৮।১৯

# পিতৃদেৱতাৰ সোঁৱৰণত

শ্ৰীমতী মণিকা বৰবৰা

বহুতেই হয়তো দেউতাক এজন শিক্ষক, সাহিত্যিক নতুবা এজন গৱেষক বুলি কব খুজিব। কিন্তু প্ৰকৃততে দেউতা এজন পৰম ভক্তহে আছিল। ঈশ্বৰক পাবলৈ বা পৰমাত্মাৰ সান্নিধ্য বিচাৰি যাওঁতে দেউতাই যিবোৰ ৰচনা বা গৱেষণা কৰিছিল সেইবোৰেই হয়তো অসমীয়া সাহিত্যলৈ তেওঁৰ মূল্যবান অৱদান হৈ ৰ'ল। দেউতাই হয়তো সাহিত্য ৰচনা কৰিম বুলি আধ্যাত্মিক বিষয় বস্তুৰ চিন্তা কৰা নাছিল, তেওঁৰ কাৰণে সেইবোৰ আছিল পৰমাৰ্থিক লক্ষ্যত উপনীত হবলৈ প্ৰয়োজনীয় পথৰ সমল মাত্ৰ। 'কথা গুৰুচৰিত' বা 'অসমীয়া ৰামায়ণী সাহিত্য' আদি গ্ৰন্থসমূহ আৰু বিশেষকৈ বৃন্দাবন ধামত থকা কালত তেওঁৰ গৱেষণাৰ বিষয় বস্তুবোৰ এই কথাৰেই প্ৰমাণ দিয়ে বুলি মই ভাবোঁ। আধ্যাত্মিক চৰ্চামূলক গৱেষণা আৰু মন্দিৰৰ নিত্যকৰ্ম এই দুয়োটাৰে মাজত তেওঁ অকণো ভেদ নাৰাখি দুয়োটাকে পৰম পবিত্ৰ কৰ্তব্য বুলি ধৰি লৈছিল। জীৱনৰ শেষ সময়লৈকে অতি কষ্ট স্বীকাৰ কৰি হলেও তেওঁ সেই কৰ্ম কৰি আছিল।

দেউতাৰ কথা ভাবিলেই প্ৰথমে মোৰ সৰু কালৰ দিনবোৰলৈহে মনত পৰে। দেউতাই মোক প্ৰায়েই সৰুতে তেওঁৰ মূৰত তেল লগাই মূৰ পিটিকি দিবলৈ কৈছিল আৰু ভাইটিহঁতক ভৰি মালিচ কৰা কামত লগাইছিল। তেনেকুৱা সময়ত আমি দেউতাক সাধু আদি কবলৈ জোৰ কৰিছিলোঁ। আৰু দেউতাই মহাভাৰতৰ বা

শিশুকৃষ্ণৰ লীলাবোৰৰ কথা অতি ৰসাল কৰি আমাৰ আগত বৰ্ণনা কৰিছিল। 'সেই সাধুবোৰৰ মাজেৰে আমাক তেওঁ নানান ধৰণৰ উপদেশ আদিও দি গৈছিল। দেউতাই বৰ্ণনা কৰি শুনোৱা বৃন্দাবন, গোকুল, মথুৰা ঠাইবোৰৰ কল্পনা মই মনতে কৰি পেলাইছিলোঁ। এদিন মই কল্পনা কৰি লোৱা ঠাইবোৰ দেখাৰ সুবিধা ওলাল। যিদিনা বৃন্দাবনধামত শ্ৰীশ্ৰীশংকৰদেৱৰ আসন অধিকাৰ কৰিবলৈ দেউতাই ভাৰ পোৱাৰ খবৰ ওলাল, সেইদিনা আমি আটাইবোৰ আনন্দত উত্ৰাৱল হৈ পৰিছিলোঁ। দেউতাই বৃন্দাবনধামত থাকি গৱেষণা কৰিবলৈ ভাৰ পোৱাৰ কিছুদিন আগতে এদিন সন্ধিয়া গোঁসাই ঘৰত চাকি দি ওলাই আহি আমাক কৈছিল যে সেইদিনা তেওঁ গোঁসাইৰ থাপনাত আগত আঠু লওঁতে হঠাতে চাৰিওদিশ মুকলি হৈ যোৱা যেন তেওঁৰ লাগিল আৰু পুৰী-মথুৰা-বৃন্দাবন চকুৰ আগত দেখা যেন পালে। দেউতাৰ মুখত এই অদ্ভুত কথাবোৰ শুনি আচৰিত হৈছিলোঁ।

১৯৬০ চনত দেউতাৰ লগত বৃন্দাবনলৈ যাওঁতে মই নৱম মানৰ ছাত্ৰী আছিলোঁ। সেই দীঘলীয়া যাত্ৰা আমাৰ বাবে বৰ আনন্দৰ আছিল।

মানুহজন হিচাপে দেউতা আছিল অতি মৰমীয়াল প্ৰকৃতিৰ। সেই মৰম অকল ঘৰখনৰ মাজতেই সীমাবদ্ধ নাছিল। আন আন মানুহৰ প্ৰতিও দেউতাৰ মৰম সমানেই আছিল। আমাৰ বন্ধু-বান্ধৱীবোৰকো নিজৰ জীয়েকৰ নিচিনাকৈয়ে চাইছিল। বৃন্দাবনলৈ যোৱা গৱেষক সকলৰ যি দুগৰাকী গৈছিল তেওঁলোকৰ থাকিবৰ বাবে বেলেগ ছাত্ৰাবাস থকা সত্বেও বিদেশত ক'ৰবাত কষ্টপাই বুলি নিজৰ ঘৰতে ৰাখিহে দেউতাই শান্তি পাইছিল।

মই আছিলোঁ ঘৰখনৰে সৰু ছোৱালী। ভাইটিহঁত বাহিৰতে থাকি পঢ়িছিল। গতিকে মোৰ বিয়াৰ পাছত মা-দেউতা বৃন্দাবনত অকলশৰীয়া হৈ পৰিছিল। মোৰ বান্ধৱী 'আৰতি' আমি নথকা

ঘৰখনলৈ কমেই আহিছিল। এদিন তাই দেউতাইঁতৰ খবৰ লবলৈ আহিছিল। দেউতাই ওপৰ মহলাৰ খিৰিকিৰে তাইক দেখি চিৰিৰে নামি আহি তল পাইছিলহি আৰু সাবটি ধৰি কৈছিল, "আৰতি আহিছা? আজি আমাৰ ঘৰলৈ নিজৰ ছোৱালী অহাৰ দৰে লাগিছে।" দেউতাৰ মৰমসনা কথাত আৰতিৰ চকুলো ওলাই গৈছিল। দেউতাই কিন্তু কেতিয়াও আমাৰ অনুপস্থিতিৰ অভাৱৰ কথা কাৰো আগত নকৈছিল। আৰু এদিনৰ কথা। বাইদেউৰ বিয়াৰ পাচদিনা দেউতা বাহিৰৰ আৰামী চকা এখনত বহি আছিল। মই এগিলাছ গাখীৰ দেউতাৰ হাতত খাবলৈ দি থৈ আহিছিলোঁ। অলপ পাছতে গিলাছটো আনিবলৈ গৈ দেখোঁ যে দেউতাৰ অজ্ঞাতে হাতৰপৰা গিলাছ পৰি গোটেই গাখীৰখিনি মাটিত পৰি আছে। দেউতাই মোক দেখি সুধিছিল, "গাখীৰ দিছিলি নেকি?" দেউতাই নিজৰ শোক বেজাৰৰ ভাৰ সদায় অতি নীৰৱেই বহন কৰিছিল।

চৰাই-চিৰিকতি বা পশু-পক্ষীলৈকো দেউতাৰ বৰ মৰম আছিল ৰাতিপুৱা সময়ত এবাৰ চৰাইক আহাৰ দিয়া তেওঁৰ স্বভাৱ আছিল। বৃন্দাবনত থাকোঁতে এইদৰে আহাৰ খাবলৈ দিওঁতে কেতিয়াবা চৰাইৰ লগতে বান্দৰবো জাক ভৰি পৰিছিল। এইদৰে খাবলৈ দিয়াৰ ফলতেই সদায় এটা বান্দৰ আহি খিৰিকিৰ কাষত বহি কুঁ কুঁ কৈ মাত মাতি খোৱা বস্তু খুজিবলৈ লৈছিল। দেউতাই কিবা এটা তাক খাবলৈ দিলেই সি তাৰপৰা উধাও হৈছিল।

দেউতা যদিও গুৰু গম্ভীৰ প্ৰকৃতিৰ লোক আছিল আমাক পিছে প্ৰায়েই গৰম কালি চাঁদৰ ওপৰত বহি বা জাৰকালিৰ জুই পুৱাঁই নানা খুহুতীয়া কথাৰে হুহুঁৱাইছিল। সেইবোৰ কথা কওঁতে দেউতাই কিন্তু অকণো নেহাঁহে। দেউতাইঁত ছাত্ৰাবাসত থকা কালত কোনোবাই বহুত ৰাতিলৈকে পঢ়ি থাকিলে হেনো তেনে ল'ৰাক ভয় খুৱাবৰ বাবে ৰছীত জিলাপী বান্ধি ওপৰৰ খিৰিকিৰে পঢ়ি থকা জনৰ মুখৰ আগলৈ নমাই দিয়ে। ভয়াতুৰ ল'ৰাই হঠাৎ চকুৰ আগত জিলাপী

দেখি ভয় খাই কম এৰি পলাই ফাট্ মাৰে। এদিন হেনো দেউতাহঁতৰ ছাত্ৰাবাসৰ ছুপাৰিন্টেণ্ডেন্টৰ কলেজলৈ যাবলৈ দেখি হোৱাত কাপোৰ পিন্ধি ওলাই যাওঁতে আলনাবপৰা কেনেবাকৈ ঘৈণী-য়েকৰ কাপোৰ এটাও লগতে লাগি আহি হোষ্টেলৰ মাজ চোতালত পৰি যায়। ছুপাৰিন্টেণ্ডেন্টৰ খবৰেই নাছিল। পাচত দেউতাহঁতে গোটখাই সেই কাপোৰ পিন্ধি গোটেই হোষ্টেলৰ কমে কমে ঘূৰি ঘূৰি তামাচা কৰিছিল। দেউতাৰ সেইবোৰ কথা শুনি আমি খুব হাঁহিছিলো।

দেউতাই কবিতাও লিখিছিল আৰু প্ৰাকৃতিক দৃশ্যাৱলী চাই বৰ ভাল পাইছিল। দেউতাই মাৰ লগত প্ৰায়েই সন্ধ্যা যমুনাৰ পাৰত বা কালীয় হ্ৰদৰ পাৰত বা কেশী ঘাটত বহি সন্ধিয়াৰ যমুনাৰ দৃশ্য উপভোগ কৰিছিলগৈ। দেউতা এজন সংগীত প্ৰেমীও আছিল। গোসাইৰ ঘৰত শুৱলাকৈ সুৰ লগাই বৰগীত, নামঘোষাবোৰ গোৱা শুনিলে কোনোবা সংগীতজ্ঞই গোৱা যেনহে লাগিছিল। সংগীতৰ প্ৰতি ধাউতি থকা বাবেই দেউতাই এই বিষয়ে আমাক উৎসাহ দিয়াৰ উপৰিও আমি সংগীত চৰ্চা কৰিবলৈ সকলো প্ৰকাৰৰ ব্যৱস্থা কৰি দিছিল।

দেউতাই আমাক প্ৰত্যেক কামতেই উৎসাহ দিছিল। মোৰ চিলাইৰ প্ৰতি ৰাপ থকা দেখি তেওঁ নানান ৰং-বিৰঙৰ সূতা আনি দি মোক উৎসাহিত কৰিছিল। দেউতা নিজে এজন সৰল আৰু অনাড়ম্বৰ লোক আছিল কিন্তু আমাক সদায়েই ধুনীয়াকৈ সজাই পৰাই চাবলৈ ভাল পাইছিল।

এদিনৰ কথা, দেউতা শাক-পাচলি কিনিবলৈ বুলি বজাৰলৈ গৈছিল। উভতি আহি মোক মাতিলেহি "মিনু"। মই দৌৰি আহিলোঁ। "ল চোন এইডাল, লগাই চা, কেনে দেখি।" মই দেখি অবাক। ৰঙাৰঙৰ লিপ্ষ্টিক এডাল! পেটে পেটে মই কিন্তু ভালেই পাইছিলোঁ, দেউতাই নিজে আনি দিছে যেতিয়া আগলৈ

লিপ ষ্টিক্ অনায়াসে লগাব পৰা যাব। ওঠত লিপ্ ষ্টিক্ সানি দেউতাৰ আগত থিয় হলোহি, দেউতাই গহীনাই মন্তব্য দিছিল—"অ···বৰ ভাল দেখি। লগাব পৰা যায়।" ঠিক তেনেকৈয়ে আন এদিন Instituteৰ পৰা আহোঁতে নখত লগোৱা ৰং এবটল আনি মোৰ হাতত দিছিলহি। সচাঁকৈয়ে দেউতাৰ স্বভাৱটো আছিল অতি সৰল।

দেউতাই আমাক বা আনকো কেতিয়াও একেবাৰ টান কথা নকৈছিল। তেওঁ উদাৰ আছিল। কিন্তু সেইবুলি দেউতাই বিচৰা-মতে কাম নকৰিলে তেওঁৰ মনৰ কথা বুজাবলৈ কিছুমান অদ্ভুত উপায় উলিয়াই লৈছিল। ৰাতিপুৱা উঠাত পলম হলে দেউতাই বেয়া পাইছিল। কিন্তু সোনকালে উঠিব লাগে বুলিও দেউতাই আমাক কেতিয়াও টানকৈ কোৱা নাছিল। এদিন ৰাতিপুৱা আমি শুই উঠি পাকঘৰৰ দুৱাৰৰ তলা খুলি দেখো যে ভিতৰত দেউতাই একান্তমনে পাচলি কুটি আছিল। আমি পলমকৈ উঠা বাবেই যে দেউতাৰ সেইটো এটা Silent Protest Demonstration আমি আটায়ে বুজিছিলোঁ। কিন্তু দেউতা পাকঘৰৰ ভিতৰ কোনফালেদি সোমাল জানিবলৈ দেউতাকেই সুধিছিলোঁ। তেওঁ গহীনাই পাক-ঘৰৰ খিৰিকিখনৰ ফালে আঙুলিয়াই দেখুৱাইছিল।

সাধু-সন্তসকলৰ সংগ তেখেতে সকৰে পৰাই ভাল পাইছিল। কেনেবাকৈ সাধু গোঁসাই অহাৰ কথা শুনিলে দেউতাই লগ নধৰাকৈ নাথাকিছিল, কিন্তু তেনে কোনো সাধুৰ ভক্ত হোৱা নাছিল।

অসম সাহিত্য সভাৰ ৩৭ তম্ ধিং অধিবেশনৰ সভাপতি হৈ যাওঁতে বৰদোৱা থানত বাহৰ পাতি দেউতাক থাকিবলৈ দিয়া হৈছিল। দেউতাৰ লগতে ময়ো আছিলোঁ। তেতিয়া মোৰ ভাব হৈছিল যেন সাহিত্য সভাৰ পৌৰোহিত্য কৰাৰ আনন্দতকৈ যেন শ্ৰীশংকৰ গুৰুৰ জন্মস্থান বৰদোৱা ধামত থাকিবলৈ পাইহে দেউতাই বেচি ভাল পাইছিল।

১৯৭৯ চনৰ ৩ জুনৰ দিনা সন্ধিয়া পৰত যেতিয়া খবৰ পালোঁ

যে দেউতাৰ গা ভাল নহয় সোনকালে মাতি পঠাইছে, ৭ বজাৰ ইউনিভাৰ্চিটিৰ বাচলৈ বুলি দৌৰ দিছিলো। কিন্তু মই গৈ পোৱাৰ আগতেই দেউতা এই পৃথিৱীৰ পৰা অনন্ত পথলৈ গতি কৰিছিল। শোকত ম্ৰিয়মান হৈ পৰিছিলোঁ।

আজি দেউতাক স্মৰণ কৰি মই মোৰ অন্তৰৰ ভক্তি তেখেতলৈ আগবঢ়াইছো। শেষত ভগৱানৰ ওচৰত এয়ে প্ৰাৰ্থনা জনমে জনমে এই মৰমীয়াল, উদাৰ, সৰল লোকজনকেই যেন পিতৃ হিচাপে পাই থাকোঁ।

——

# ববদেউতাৰ বিয়োগৰ দিনটো

কুমাৰী গীতিমা মেধাক

১৯৭৯ চনৰ জুন মাহৰ ৩ তাৰিখ। দেওবাৰ। সন্ধ্যা লাগি ভাগিছে। এনেতে এক কোলাহলে আহি মোক সচকিত কৰি গ'ল। উচপ খাই উঠিলোঁ। এনেতে আমাৰ ঘৰৰ সম্মুখত থকা পেহীদেউৰ সৰু ল'ৰাটো আহি কলে যে, "মামাৰ উশাহ-নিশাহ বন্ধ হোৱাৰ উপক্ৰম হৈছে। তোমালোকক এতিয়াই মাতিছে।" মই কিঞ্চিত আগতে গোসাঁই ঘৰৰপৰা সন্ধ্যা বন্তি জ্বলাই ববদেউতাৰ মংগলৰ বাবে প্ৰাৰ্থনা কৰি হাতত তুডাল জ্বলন্ত ধূপকাঠী লৈ ভিতৰত থকা গোসাঁইৰ ফটোখনত গুজি দিওঁতে এডাল ধূপকাঠী মোৰ হাতৰপৰা পৰি গ'ল। তেতিয়াই মোৰ মনটো বেয়া লাগি গৈছিল। ভয়ে ভয়ে কথাটো মাক ক'লত মায়ে মোক নিৰ্ভয় দিবৰ বাবে একো নহয় বুলি কৈ পুনৰ ধূপডাল জ্বলাই দিবলৈ কৈছিল। প্ৰায় এক সপ্তাহ জুৰি ববদেউতা জ্বৰত ভুগিছিল। সেইদিনা অলপ বেছিয়েই হৈছিল। আবেলি মই ববদেউতাক সামান্য শুশ্ৰূষা কৰি চাই অহা দৃশ্যটো মনত পৰাত গাটো জিকাৰ খাই উঠিল। খবৰটো শুনিয়েই আমি সকলোৱে খোলা ঘৰ তুৱাৰ খোলা অৱস্থাতে এৰি থৈ তললৈ অৰ্থাৎ ববদেউতাৰ ঘৰলৈ লৰ মাৰিলোঁ।

ড্ৰইং ৰুম এৰিয়েই ববদেউতাৰ শোৱনী কোঠাত ভৰি দি দেখিলোঁ ডাঙৰ বিছনাখনত ববদেউতা এক শান্তিত শুই আছে আৰু তেখেতক এজন ডাক্তৰে তেতিয়াও পৰীক্ষা কৰি আছে আৰু দেহাটোৰ তুয়োফালে ববদেউতাৰ ডাঙৰজন পুতেক আৰু মাজুজনী জীয়েকে অবিৰাম-

ভাৱে কেৱল ভজন গাইছে আৰু গাইছে। সুগন্ধি ধূপ-ধুনাই কোঠাটো ভৰাই তুলিছে। তৎক্ষণাত গোটেই ঘৰখন লোকে লোকাৰণ্য হৈ পৰিল। হঠাৎ সেই নিষ্ঠুৰ মুহূৰ্ত শুনি মোৰ কেনেকুৱা ভাব হৈছিল তাক বৰ্ণোৱাৰ ভাষা আৰু নাই। কেইটামান মুহূৰ্তৰ ভিতৰতে প্ৰাণহীন দেহাটো বহুতো সুগন্ধি ফুলে সাৱটি ধৰিলে। সেই ফুলবোৰেৰে বৰদেউতাক শেষ শ্ৰদ্ধাঞ্জলি যাচিছিল তেখেতৰ বহুতো শ্ৰদ্ধাভাজন ব্যক্তিয়ে।

প্ৰাণহীন দেহাটো আগত লৈ আমি বহু পৰলৈকে বহি আছিলোঁ। কিয়নো ঘৰৰপৰা মানুহ আহি পোৱা নাছিল।

আমি বৰদেউতাক খুব নিবিড়ভাৱে লগ পাওঁ শেষৰ ফালে ৪/৫ বছৰমান। ইয়াৰ আগতেও তেখেতক লগ পাইছোঁ বহুবাৰ। কিন্তু ইমান নিবিড়ভাৱে নহয়। কিয়নো আমিও গুৱাহাটীত নাছিলোঁ আৰু বৰদেউতাহঁতো নাছিল। মোৰ দেউতাৰ মুখেই তেখেতৰ কৰ্মময় জীৱনৰ বহুতো কথাই শুনিবলৈ পাইছিলোঁ। বৰদেউতাৰ খং আমি কোনো দিনেই দেখা নাছিলোঁ। ঋণৰ বিপৰীতে সদায় আমি তেখেতক হাঁহি থকাহে দেখিছিলোঁ। তেখেত এজন হাস্যৰসিকো আছিল। তেখেতৰ ৰসিকতাত কোনোৱে নহঁহাকৈ থাকিব নোৱাৰে। তেখেতে নিজে নহহাঁকৈ থাকি আনক হহুৱাই সেই হাঁহিৰ মাজেৰে মৌনভাৱে আনন্দ লাভ কৰিছিল। তেখেতে সকলোকে সদায় সমান চকুৰে চাইছিল। তেখেতৰ অন্তৰত হিংসাৰ ভাব নাছিল। বৰদেউতাক আজৰি সময়ত মই তেখেতৰপৰা বহুতো কথা শুনিছিলোঁ। তেখেতে ল'ৰা-ছোৱালীয়ে শুনি ভাল পোৱাকৈ কব জানিছিল। বিশেষকৈ তেখেতে বৃন্দাবনৰ কথাকৈ খুব ভাল পাইছিল। তেখেতৰ মুখত নানা ধৰণৰ কথাবোৰ শুনি থাকোঁতে এনে ভাৱ হয় যেন এটা খুব ধুনীয়া সাধুহে শুনি আছোঁ। তেখেতে শংকৰী ধৰ্মক গভীৰভাৱে ভাল পাইছিল আৰু তাৰ প্ৰমাণ আমি দেখিবলৈ পাওঁ বৃন্দাবনত থকা তেখেতৰ বাসভৱনৰ একাষে সৰুকৈ সজাই লোৱা শংকৰ মন্দিৰটো। গুৱাহাটীত থকা বাসভৱনতো তেখেতে নিগাজীকৈ এটি নামঘৰ সাজি লৈছিল। বৃন্দাবনলৈ আমি যাওঁতে তেখেতে আমাক

তাত থকা সকলোবোৰ মন্দিৰ দেখুৱাইছিল আৰু মন্দিৰবোৰৰ গূঢ়াৰ্থ বুজাই দিছিল। বৃন্দাবনত তেখেতসকল থকা ঘৰটোৰ চাৰিওফালে বিভিন্ন মন্দিৰ আছিল।

গোটেই জীৱন কঠোৰ শ্ৰমেৰে অতিবাহিত কৰা এই জ্ঞানী ব্যক্তিজনাৰ শেষৰফালে স্মৃতি শক্তি লোপ পাইছিল। ৰবদেউতাই কেতিয়াও কোনো লোকক তুচ্ছাৰ্থত সম্বোধন কৰা মই শুনা নাই। তেখেতে বিপদত কেতিয়াও বিচলিত নহৈছিল। ধৈৰ্য সহকাৰে সকলো কাম নিয়াৰিকৈ কৰিছিল। আমি যেতিয়া পৰীক্ষাত পাছ কৰি ৰবদেউতাক খবৰ দি সেৱা কৰোঁ তেতিয়া ৰবদেউতাই আমাক বৰ সুন্দৰকৈ আশীৰ্বাদ দিয়ে।

ৰবদেউতাৰ সাহিত্য-প্ৰেমী মনটোৱে বহুতো কিবাকিবি কৰিব বিচাৰিছিল। তেখেতৰ সাহিত্য সম্ভাৰ যদিও সংখ্যাত তাকৰ, মানত কিন্তু ই বহুমূলীয়া সম্পদ।

বাহিৰৰপৰা 'অহা এটা কান্দোনৰ ৰোল শুনি মই উচপ খাই উঠিলোঁ। মই দেখা পালোঁ আমাৰ উত্তৰ গুৱাহাটীৰ ঘৰৰ সকলোবোৰ মানুহ আহি শোকত বিহ্বল হৈ পৰিছে। বাহিৰত ৰবদেউতাক শ্মশানলৈ নিয়াৰ যা-জা চলিছিল। ৰবদেউতাক ভিতৰৰপৰা বাহিৰলৈ উলিয়াই নিয়া হ'ল। এইবাৰ মই মনটো দৃঢ় কৰিবলৈ মৌনভাৱে ৰবদেউতাৰ আত্মাৰ সদগতিৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ। তেখেতে এহাটী পৰিয়ালৰ সৈতে সমগ্ৰ অসম তথা ভাৰতবাসীক কন্দুৱাই সংসাৰৰ মায়া-মোহ ছিন্ন-ভিন্ন কৰি কোনোবা অজান দেশলৈ গুচি গল। তেখেতৰ বিদায় বেলাত আমি তেখেতক প্ৰতিদান স্বৰূপে কেৱল চকুপানী আৰু শেষ শ্ৰদ্ধাৰ্ঘ্য পুষ্পৰেই বিদায় দিলোঁ। শৱদেহ শ্মশানলৈ নিয়াৰ পিছত আমি ঘৰলৈ আহোঁতে মোৰ চকু দুটা ৰবদেউতাৰ ঘৰৰফালে ঘূৰিল। মোৰ ভাব হ'ল অইনদিনা আমি ৰবদেউতাৰ ঘৰৰপৰা মাত লগাই আমাৰ ঘৰলৈ আহোঁতে আমি ঘৰ নোপোৱালৈকে ৰবদেউতাই দুৱাৰ মুখত থিয় হৈ চাই থকাৰ দৰে আজিও যেন থিয় হৈ চাই আছে। □

# লেখাৰুৰ কবিতা সম্ভাৰ

শ্ৰদ্ধেয় লেখাৰুদেৱক কবিতাৰ ৰচক বুলি তেখেতৰ জীৱন কালত জানিবৰ কোনো উপায় নাছিল। তেখেতৰ কোনো কবিতা আলোচনী আদিৰ পাতত প্ৰকাশ পোৱা দেখা নগৈছিল। অথচ আচৰিত কথা যে তেখেতৰ আবেগ প্ৰৱণ কবি-মানসৰ পৰিচয় এটি বৃহৎ আকাৰৰ সূতা চিঙা পকাবন্ধা বহীৰ পাতত ৰাখি থৈ গৈছে। অধ্যাপক লেখাৰুৱে বিভিন্ন সময়ত দেখা সপোনসমূহ* উৎসাহ ভৰে লিপিৱদ্ধ কৰি যথাৰ দৰে তেখেতৰ মনৰ মাজত বিভিন্ন সময়ত জাগি উঠা বিভিন্ন ভাবানুভূতি ছন্দৱদ্ধ ভাষাৰে লিপিৱদ্ধ কৰি ৰাখিবলৈ চেষ্টা কৰা দেখা যায়। সম্ভৱতঃ তেখেতে এনে কৰিছিল নিজৰ মানসিক তৃপ্তিৰ বাবেহে। আনৰ আগত প্ৰকাশ কৰি যশ-মান লাভৰ অভিলাষেৰে নহয়। সেইবাবে 'ধুমুহা' আৰু 'অঞ্জলি' নামৰ কবিতা দুটাৰ বাহিৰে আন কবিতা বা কবিতাংশ কোনোটিৰে নামকৰণ কৰা নাই। এটি কবিতাৰ কাষত 'শুদ্ধোধনৰ খেদ' আৰু 'ছন্নক' বুলি লিখি থৈছে। সেইটোকে ইয়াত 'শুদ্ধোধনৰ খেদ' নাম দি প্ৰকাশ কৰা হৈছে।

ইয়াত 'আশ্ৰয়' নামকৰণ কৰি প্ৰকাশ কৰা কবিতাটিৰ বাহিৰে আটাইবোৰ কবিতাই আংশিকহে, সম্পূৰ্ণ কৰি কবিতাৰ সামৰণি মৰা দেখা নাযায়। সম্ভৱ আধৰুৱাকৈ ৰচনা কৰি থোৱা বাবেই ক'তো প্ৰকাশৰ ব্যৱস্থা কৰা নহ'ল। বৰ্তমান বহীৰ মাজত যিকেইটা কবিতা তাৎপৰ্যপূৰ্ণ আৰু পূৰ্ণাঙ্গ যেন আগে সেইকেইটাহে ইয়াত নিদৰ্শন

---

*লেখাৰুদেৱে 'Attempts and Reminiscences' বুলি লিখা থকা দীঘল-ভাঙৰ পকাবন্ধা বহীটোৰ ভিতৰত ৪৭টা সপ্নৰ কথা চমুকৈ লিপিবদ্ধ কৰি ৰাখিছে।
—সম্পাদক

হিচাপে প্ৰকাশৰ ব্যৱস্থা কৰিছোঁ, সুযোগ-সুবিধা মিলিলে তেখেতৰ আটাইবোৰ কবিতাই ৰাইজৰ মুখ দেখিবলৈ পাব বুলি আশা ৰাখিলোঁ।

পৰিপাটি আৰু সুন্দৰ আখৰেৰে স্পষ্টকৈ লিখা কবিতাবোৰৰ কোনো জন্ম পত্ৰিকা নাই। তেখেতৰ জীৱনৰ দেৰকুৰি বছৰ বয়সত লিখা এফাকি কথাৰপৰা এই ঘোৰ সংসাৰ-সংগ্ৰামত 'সঙ্গী' হোৱা উক্তিটোৰে যৌৱন কালতে 'তুমি'ৰ অন্বেষণ কৰা ভাব লক্ষ্য কৰিব পাৰি।

"আজি মোৰ জীৱনৰ দেৰকুৰি হ'ল পূৰ
নানা ভাব আহি যায় আঁতৰি;
অনন্ত পথত মোৰ এই ঘোৰ সংগ্ৰামত
তুমিয়েই হ'লা মোৰ লগৰী।"

খণ্ড খণ্ডকৈ লিখি থোৱা আৰু আধৰুৱাকৈ এৰা কবিতাংশবোৰে লেখাৰুদেৱৰ কবি-মানসৰ সুন্দৰ পৰিচায়ক। বেচিভাগ কবিতাংশতেই ঈশ্বৰোপলব্ধিৰ ভূমা-মিলনৰ অদম্য আকুলতা পৰিস্ফুট। সেয়েহে লেখাৰুদেৱক কায়মনো বাক্যে ঈশ্বৰ সন্ধানী ঋষি বুলি ভবাৰ যুক্তিযুক্ততা আছে। অধ্যাত্ম ভাবাবেগত ৰচনা কৰা ছন্দবদ্ধ খণ্ড কবিতাৰ পূৰ্ণাঙ্গ ৰূপ নিদিয়াকৈ আৰু কবিতাৰ কোনো নামকৰণ নকৰাকৈ এৰি থোৱাতেই লেখাৰুদেৱৰ আত্ম যশ প্ৰকাশ বিমুখতা আৰু আত্ম-লঘিমাৰ পৰিচায়ক বুলি বুজিব পাৰি।

## শুদ্ধোধনৰ খেদ

"ছন্দক ! কি পালি কি পালি সম্বাদ তই ?
প্ৰাণৰ পুতলি বাছা আহিছেনে ঘৰলৈ ?
শান্তিৰ নিজৰা মোৰ লৰালু কোমল
বাছাই, মাতিবনে হিয়া জুৰোৱা বোল ?

কি ! চকুলো বৈছে কিয় ছচকুত তোৰ ?
মুখত নোলায় হাঁহি কালিমা যে ঘোৰ !
হাতত আনিছ বান্ধি টোপোলা কিহৰ ?
ক, কি সম্বাদ পালিনো বাছাৰ মোৰ ?"

শুদ্ধোধন ৰজা আজি নিঠৰুৱা হ'ল,
সোণৰ পুতলা পুত্ৰ কোন দিশে গ'ল ?
নাহিবনে ঘূৰি সিংহাসন ব'ল পৰি,
কান্দি কান্দি সবাৰো হিয়া গ'ল বিদৰি ।

"নকৰ নামাত কিয় হেৰ দুৰাশয় !
নহলে বিহিম শাস্তি জানিবি নিশ্চয় ।"
লাহে লাহে ছন্দক চাপিল ওচৰ
টোপোলা থহাই থলে আগত ৰজাৰ,
ৰজাৰ মুখলৈ মাথো একথিৰে চাই
প্ৰণামিলে বিনয়েৰে চকুলো বোৱাই ।

"কি দেখুৱালি ছন্দক, এই অলংকাৰ ?
সঁচাকৈয়ে পুত্ৰ মোৰ গৌতমৰ গাৰ ?
ক'ত পালি কেনেকৈনো ক কথাবাৰ ?
আঁতৰিল বাছা মোৰ ছলনাত কাৰ ?

## অঞ্জলি

গুৰুদেৱ, চৰণত শত নমস্কাৰ ।
কিহেৰে যতনাও তযু পূজা উপাচাৰ ?
দীন অকিঞ্চন প্ৰভো নাই ভক্তি ধন,
চিন্তা অবিৰত দেৱ শান্ত নোহে মন ।

কৰিত্বৰ নাই সেই মন্দাকিনী ধাৰা,
চৰণ বিচ্যুত সদা হওঁ পথ হাৰা ;
প্ৰণাম জনাইছোঁ প্ৰভু মোক নিঘিণাই,
আশীৰ্বাদ কৰা যেন লভো শান্তি-ঠাই ।

নৰৰ মুক্তিৰ হেতু হই চাক্ষুষ্মান,
অজ্ঞান তিমিৰ নাশি দিয়া শান্তি-স্থান ।
পাৰ্থিৱ সুখৰ বৃক্ষমূল কৰি নাশ ;
শান্তি ধাম প্ৰাপ্তি হেৰা কৰা চিৰ দাস ।

নুবুজিলোঁ নাজানিলোঁ জীৱন ৰহস্য
অতদিনে হোৱা নাই মন যে বশ্য ।
পৰা বিদ্যা বিতাৰক গুৰু পদে নতি,
আশীৰ্বাদ কৰা যেন হয় পৰাগতি ।

জগতৰ গুৰু এক ভিন ভিন ৰূপে
পালিছে বিশ্বৰ প্ৰাণী মগ্ন মায়াকূপে ।
সেই এক গুৰুদেৱ পদে নমস্কাৰ
কৃপাদৃষ্টি দীন প্ৰতি কৰা এটিবাৰ ।

সংসাৰৰ নানা কামে নানা লোক সঙ্গে
কটাব ধৰিছোঁ দিন দুখে-সুখে ৰঙ্গে।
সকলো সঙ্গতে যেন সকলো কামত
দেখা পাওঁ ইষ্টদেৱ নাচা ত্রিভঙ্গত।

যেতিয়া সঙ্গৰ লোকে কৰে প্ৰবঞ্চনা,
মনত নহয় যেন কোনো দুৰ্ভাৱনা।
তোমাৰ আশ্ৰয় লভি আছোঁ সংসাৰত,
এনে ভাব থাকে যেন মোৰ অবিৰত।

যেতিয়া তাচ্ছিল্য কৰে বিশ্বৰ পৰাণী
জানো যেন তুমি কাষলৈ নিছা টানি।
প্ৰবঞ্চনা কৰি কেৱে ভাবিলে চতুৰ,
সন্তানৰ মন যেন হয় হৰ্ষে পূৰ;

তোমাক ওচৰতে পালে আৰু কিবা লাগে
আশীৰ্বাদ কৰা দেৱ মিলে যেন ভাগে।
আমি অতি মূঢ়জন পৰম পতিত
পতিত পাৱন নাম থাপিছোঁ হৃদিত।

সুবিমল শান্তি গঙ্গা কাষে মোৰ থান,
দিয়া দিয়া প্ৰভো মই কৰিছোঁ আহ্বান।
সেই গঙ্গা পাৰে থাকি তযু নাম গাই,
কটাম জীৱন কাল আন আশা নাই।

* * *

বাৰিষা সোঁতত বালি তল যায়
কালৰ সোঁতত আশা,
জগ ভাত আৰু সজীৱে ভ্ৰমণ
আশাৰ বাউলি ভাষা ;
জীৱন, তুমিও আহিছা যদি
জগত আনিছা আশা ;
প্ৰাণৰ সম্বল আনিছা যদিও
গোপনে আনিছা নিশা ।
আশাৰ প্ৰলয় হয় যদি বাৰু
হবনে তেনেই সুখ ?
পাৰ্থক্য বিহীন হবনে বাৰু
দৰশন প্ৰিয় মুখ ?

× × :

পলে পলে দিন গ'ল
নানা ভাব ভাবোঁতে ভাবোঁতে,
ভাবৰতো শেষ নাই
কি ভাবনো নিম যাওঁতে ?
ভাবৰ মাজত এটা ভাব
উচ্চ পথে আছে যায়,
সেই ভাবৰ পথ পাবলৈ
মোৰ যে আজৰি নাই ।
সেই ভাবতেই মজি থাকি
কত লোকে মধু পায়,
কত মানুহ দেৱতা হ'ল
সেই ভাবত কাণ উনাই ।

## আশ্রয়

দেৱ, লোৱা মোৰ শ্ৰদ্ধা ভক্তি অন্তৰৰ,
ভাবিলে তোমালৈ স্মৃতি আহে সুদূৰৰ।
কৃপাৰ জ্যোতিৰে তুমি পোহৰাই হিয়া,
চিৰকাললৈ মোক কৰিলা ধকৰা।

কৃপা কৰি দয়াময় দিলা মোক জ্ঞান,
তাৰে সহায়ত মই গালোঁ এই গান।
নধৰিবা দোষ মোৰ এনে প্ৰয়াসত,
আশীৰ্বাদ কৰা যেন থাকোঁ সুপথত।

লোকে কৰা উপকাৰ মনত থাকক,
শলাগৰ সুৰ মোৰ প্ৰাণত বাজক।
সুখকৰ কথা মোৰ স্মৃতিত থাকক,
সুঁৱৰি সুঁৱৰি মোৰ পৰাণ বাজক।

জীৱনৰ প্ৰহেলিকা বুজা বৰ টান,
প্ৰভুৰ কৃপাই মোক কৰিব যে ত্ৰাণ।
মোৰ প্ৰভু দয়াময় নৰৰূপ ধৰি,
চিৰকাল ৰাখি আছে নানা ভাও জুৰি।

আছিল দয়ালু পিতৃ কলৈ আঁতৰি গ'ল,
পদ-সেৱা কৰিবলৈ কাল নিমিলিল।
মাতৃ মোৰ আঁতৰিল জগতত নাই,
পদৰজ লবলই পামনে তুনাই?

হিয়াত বিম্বিত হোৱা মানুহ মনৰ,
আঁতৰিল আগৰ পৰা ইঙ্গিতত কাৰ?
কিন্তু কোন সেইজনা থাকে সৰ্বদাই,
কাৰ মোহন মূৰ্তি ধ্যানত দেখা পায়?

পিতৃ-মাতৃ, বন্ধু আৰু প্ৰিয়াৰ আদৰ,
ভুঞ্জিবলৈ দিয়ে সিটি কোন যাদুকৰ ?
মূৰ্তি ভিন্ন, ভিন্ন স্থান, কিন্তু একেজন,
ৰাখিছে তেৱেঁই মোৰ ক্ষুদ্ৰ পৰাণ ।
পৰিছে মনত দেৱ কথা তাহানিৰ,
ভাবিছিলোঁ মনে মই পালোঁ শান্তি নাক
পদে পদে ভুল কৰা স্বভাৱ নৰৰ ।
ইয়োতো কেৱল লীলা ৰহস্যময়ৰ ।
বিভুৰ ধ্যানত মোৰ মগ্ন আছিল মন,
সৰল প্ৰাণেৰে কৰিছিলোঁ বিচৰণ ।
তেতিয়া তোমাৰে মোৰে হ'ল দেখা-দেখি
শান্তিপূৰ্ণ অভিজ্ঞতা থলোঁ মই লেখি ।
নিঘিণাবা অভাজনক অপাত্ৰক বুলি ;
লোৱা মোৰ ভক্তিভৰা মালাধাৰি তুলি ।

* * *

মহাজন, তোমাক প্ৰণতি জনাওঁ
চিন্তামণি চুৱাৰত শান্তি পাবলই ,
তোমাৰ জীৱন চিত্ৰ পৰম পবিত্ৰ
থাকক স্মৃতিত মোৰ চিৰ কাললৈ ।
চিন্তামণি কোনজনা সঁজাৰ মাজত,
বিচাৰিছো কাক সদা অন্তৰ বাজত ?
বিয়াকুল সদা মই যাৰ কথা ভাবি
হৃদয়ত বীণৰূপে লেয়ে আছে বাজি ।

ইমান সাদৰ তোমাৰহে ইমান সাদৰ
কিবা অহেতুক কৃপা ;
কিদৰে আদৰো তোমাক কিদৰে জনাওঁ
মোৰ এই আকুলতা ।
নাজানো নুবুজোঁ প্ৰভুহে
মোৰ অন্তৰ পোহৰ হ'ল
সাধনাৰ ফল নহয় নহয়
আজি তোমাৰ কৃপা হ'ল ।

* * *

দেখি, তুখানি চৰণে মই দিওঁ পুষ্পাঞ্জলি
লোৱা মোৰ উপহাৰ নিচেই নিচলা বুলি,
হাঁহি মুখে মাতা মোক আজি পুত্ৰ বুলি
আৰু দিয়া শিৰে মোৰ তয়ু পদ-ধূলি ।
দীন-হীন বুলি মোক নকৰিবা ঘিণ ।
তোমাৰ নহলে কৃপা ভালেৰে নাযাব দিন ।

* * *

নামৰ যজ্ঞত ভস্ম হব মোৰ
পাপ তাপ ৰাশি ;
অনন্ত পথৰ পথিক মই যে
মুক্তিৰ প্ৰয়াসী ।
চাৰিফালে বৈৰী ধৰিছে আগুৰি
জ্ঞান পথ নাশি ;
গুৰু হেৰ বৈৰী, মোৰ অধিকাৰী
ভক্তি অবিনাশী ।

* * *

# ধুমুহা

ইফালেও দূৰ　　সিফালেও দূৰ
মাজতে অকলে যাত্ৰী,
পচোৱাৰ কোবে　　নাও উটুৱাই
আছেনে কাৰত মাতৃ ?

ওপৰে গিৰ্জনি　　ঢউৰ খলকনি
বতাহৰ মূৰ্তি ঘোৰ,
কলীয়া ডাৱৰ　　ধূসৰিত ঢউ
বিজুলিত ভয় মোৰ,

যেতিয়া মৰণ　　সমুখত আজি
স্মৰিম মনত কাক ?
কান্দিলে নগলে　　কণ্ঠ ৰোধিলে
মুখেৰে নোলায় বাক ।

হায় কি মধুৰ　　ক'লা চুলিটাৰি
হৃদয় গলোৱা হাঁহি,
মধুৰ ভঙ্গিত　　কৰিছা আহ্বান
নিচেই ওচৰত আহি ।

মধুৰ স্পন্দন　　মধু আকোলন
মধুময় মোৰ প্ৰাণ,
ধন্য শান্তি দাতা　　ধন্য মোৰ পিতা
তুমিয়ে কৰিলা ত্ৰাণ ।

: — :

# লেখাৰুৰ স্বপ্নবিচিন্তা

তত্ত্ব অনুসন্ধিৎসু লেখাৰুদেৱৰ পুৰণি বহীৰ পাতত অনেক তত্ত্বগধুৰ প্ৰবন্ধ, প্ৰবন্ধৰ আভাস, বিভিন্ন বিষয়ক উদ্ধৃতি, কেইখন-মান প্ৰাচীন ফলিৰ পাঠ সন্নিবিষ্ট হৈ থকাৰ উপৰিয়ো বহীৰ পাতত স্থানীয় বহুলোকৰ জন্ম চক্ৰসহ জন্ম পত্ৰিকাৰ বিৱৰণ লিপিবদ্ধ হৈ আছে। এইবোৰৰ বাহিৰেও লেখাৰুদেৱৰ সূতাচিঙা পকা-বন্ধা বহীটোৰ ভিতৰৰ প্ৰথম পাতত "Attempts and Reminiscences" বুলি উল্লেখ আছে। তাত লেখাৰুৰ জীৱনৰ আদিছোৱাতেই লিপিবদ্ধ কৰি ৰখা সাতচল্লিশটা স্বপ্ন অভিজ্ঞতাৰ বাঙ্ময় প্ৰকাশ দেখা যায়। এই কেইটা স্বপ্নৰ উপৰিয়ো ষষ্ঠদশৰুৰ পৰা মৃত্যু কাললৈ দেখা স্বপ্ন আৰু দিঠকৰ অভিজ্ঞতা আন এটি মটিয়া ধৰণৰ ডাঙৰ দীঘল বহীত সুন্দৰ আখৰেৰে লিপিবদ্ধ কৰি ৰাখিছে। বৰ্তমান লেখাৰুদেৱৰ ঘৰত এই বহীটো সংৰক্ষিত হৈ আছে। বহী দুটাত লিপিবদ্ধ কৰি ৰখা স্বপ্ন কেইটিৰপৰা তেখেতৰ জীৱনত স্বপ্নই কেনেদৰে প্ৰভাৱ বিস্তাৰ কৰিছিল তাৰেই পৰিচয় পোৱা যায়।

স্বপ্নৰ প্ৰতি লেখাৰুদেৱৰ অগাধ বিশ্বাস আছিল। অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱেও তেখেতৰ প্ৰবন্ধত লেখাৰু আৰু হাজৰিকা দেৱে বিনা কষ্টে টনা-আজোৰাৰ মাজত নোসোমোৱাকৈ বতাচা খোৱা আৰু কটন কলেজত চাকৰিপোৱা স্বপ্নৰ কথা উল্লেখ কৰি লেখাৰুদেৱে যে স্বপ্নৰ কথা বিশ্বাস কৰিছিল—তাকেই প্ৰকাশ কৰিছে। লেখাৰু-দেৱৰ স্বপ্নবোৰৰ মাজত আধ্যাত্মিক অনুসন্ধিৎসাৰ সন্ধেদ পোৱা যায়। সুপ্ত অৱস্থাত দেখা অনেক স্বপ্নই বাস্তৱত ৰূপায়িত হোৱা বুলি নিজেই বিভিন্ন প্ৰসঙ্গত উল্লেখ কৰিছে।

স্বপ্নবোৰ দেখাৰ কোনো তাৰিখ উল্লেখ নকৰিলেও এখিলা চিৰা কাগজত থকা এটি স্বপ্নৰ বিবৰণৰ উপৰত ২৬।১২।২৯ তাৰিখটোৰ উল্লেখ আছে।

বহীটোত কেৱল 'সপোন' শব্দটোহে প্ৰথম আৱন্তণিত লিখিছে। তাৰ তলত ১, ২, কৈ মুঠ ৪৭ সংখ্যক সপোন লিখি থৈছে।

স্বপ্নৰ তাৎপৰ্য ব্যাখ্যাকৰোঁতাসকলৰ সুবিধাৰ্থে তেখেতে যিদৰে লিখি থৈছে—ঠিক সেইদৰেই নিম্নলিখিত স্বপ্নকেইটি নিদৰ্শন স্বৰূপে প্ৰকাশ কৰা হ'ল।

১। হাইস্কুলত পঢ়া সময়ত মই কালী বিষয়ক কিছুমান কিতাপ পঢ়িছিলো। কালীভাৱ মনত ৰখকৈ সোমোৱাত দিনে-ৰাতিয়ে "মা" "মা" মন্ত্ৰ গাইছিলো। এদিন স্বপ্নত দেখিলো--যি ঠাইত আমাৰ গীতা থাপনা কৰা আছে তাৰপৰা বৰ ডাঙৰ সৰ্প এডাল ওলাই বৰ শব্দ কৰিব ধৰিছে। মই আৰতি কৰিবলৈ গোসাই ঘৰত সোমাইছো আৰু প্ৰদীপ জ্বলাইছো। সেই সৰ্পৰ মাত শুনি মোৰ ভয় লাগিল। আৰু মই মাটিত পৰি গলো। তেতিয়া ঘৰৰ সকলো আহি কি হৈছে বুলি সোধাত সেই সৰ্পই কলে—"ই এদিন মোক ভজনা কৰে আৰু এদিন কালীক ভজনা কৰে।" তেতিয়া মোৰ স্বপ্ন ভাঙিল আৰু গা কঁপিবলৈ ধৰিলে। পাছদিনা পুৱা উঠি আগৰ দৰে উষা সময়তে গা ধুই গোসাইঘৰ সোমাবলৈ ভয় লাগিছিল দেখি দূৰতে সেৱা কৰি গুছি আহিলো। পিচত আইক সেই স্বপ্নৰ কথা কোৱাত তেওঁ সুধিলে—'তই গীতাখন চুইছিলি নেকি?' মই কলো—'কালি দুপৰীয়া অলপ পঢ়িছিলো।' আয়ে কলে, 'আগলৈ প্ৰদীপ আৰু নৈবেদ্য নিদিয়াকৈ তেনে নকৰিবি। আজি ফুল আনি প্ৰদীপ জ্বলাই গোসাইৰ আগত দি ক্ষমা খুজিবি।'

মই তাকে কৰিলো আৰু লাহে লাহে ভয় ভাঙিল।

২। মেট্ৰিকুলেচন পৰীক্ষা দিয়াৰ পিচত মোৰ অশ্বক্লান্তত যুৰা এটা দৈনিক কৰ্ম হৈ পৰিছিল। কলেজত ভৰ্তি হোৱাৰ পৰা আৰু সেই সুবিধা নোহোৱা হ'ল। এদিন আধ্যাত্মিক একো জ্ঞান নহ'ল বুলি মনতে হঠাৎ দুখ ভাব উপস্থিত হৈছিল। ৰাতি স্বপ্নত দেখিলো যেন মই অশ্বক্লান্তলৈ গৈছো। মন্দিৰৰ ওপৰলৈকে দুয়োফালে বেলগছ আৰু বেলগছৰ শিপাই শিপাই শিৱ-দুৰ্গাৰ জীৱন্ত মূৰ্তি। ওপৰলৈ গৈ আছো। অৱশেষত মন্দিৰৰ ওচৰ পোৱাত দেখিলো যেন বাস্তৱ মন্দিৰতকৈ সেই মন্দিৰ বৰ ডাঙৰ। এজন প্ৰকাণ্ড পুৰুষে এহাতে শিঙালৈ মন্দিৰৰ দুৱাৰমুখত বহি ধীৰে ধীৰে 'সোঽহং' 'সোঽহং' মন্ত্ৰ গাইছে। সেই পুৰুষজন ওখই প্ৰায় ৩০ ফুটমান হব। হঠাৎ সাৰ পালো আৰু মনত বৰ আনন্দ হ'ল।

৩। এদিন দেখিলো পাৰ কৰা জাহাজত উঠি মই গৈ আছো। এনেতে অশ্বক্লান্তৰ উপৰ দেৱালৰপৰা এটা নীলজ্যোতি জাহাজৰ পিনে আহিছে। সেই জ্যোতিৰ মাজত এজন পুৰুষ দেখিলো। পুৰুষজন পানীৰ ওপৰেৰে খোজকাঢ়ি আমাৰ জাহাজ পালেহি আৰু সেই জ্যোতি গুচি এজন জটাধাৰী সন্ন্যাসী হ'ল। মই ভৰিত দীঘল হৈ পৰিলো। সন্ন্যাসীয়ে মোৰ মূৰত হাত দি কলে, "তুই গীতা জান্‌বি।" সাৰ পালো আৰু সচাঁকৈয়ে পাচ দিনাৰপৰা বৰ আনন্দ আহিল।

৪। এদিন দেখিলো পৰমহংস শ্ৰীৰামকৃষ্ণ তেওঁৰ প্ৰধান শিষ্যসকলেৰে বৰ বেগাই আগে আগে গৈছে। মই লগ ধৰিব পৰা নাই। অৱশেষত তেওঁলোক এখন জাহাজত উঠিলগৈ। মই সেই জাহাজত উঠি তেওঁলোকক দেখা নাপালো। এখন আৰু কাপোৰ আছিল। এজন মানুহে লাহেকৈ সেই আৰু কাপোৰখন তুলি দিয়াত অলপ দেখা পালো।

৫। এদিন কেইজনমান বন্ধুক ঘৰৰপৰা আগবঢ়াই থবলৈ গৈছিলো।

দেখিলো। এজন সুন্দৰ সুঠাম পুৰুষ কপালত ফোট, গাত সুন্দৰ কাপোৰ এখন মহন্তৰ দৰে লৈছে আৰু আমাৰ ঘৰৰ ফালে আহিছে। মোক দেখিয়ে তেওঁ অতি মধুৰ স্বৰেৰে মোক ঘৰত মতা নামেৰে মাতিছে। মই জীৱনত তেনে মধুৰ মাত আন কাৰোপৰা শুনা নাই। মই হঠাৎ তেওঁৰ পাচ ললো। মোৰ ভাব হৈছিল যেন তেওঁ মোৰ চিৰ পৰিচিত আৰু তেওঁ মোৰ হিতাকাঙ্ক্ষী। মই সঠিক জানিব নোৱাৰি তেওঁক কলো— "মই দেখোন চিনা নাই।" তেওঁ অলপ হাঁহি কলে, "ওঁ এতিয়া নিচিনিবা তো।"

আন একো নকলে। কিন্তু মই তেওঁৰ লগে লগে গৈ আমাৰ ঘৰ পালো। দেখো যে আমাৰ গোসাঁই ঘৰটো অতি সুন্দৰকৈ সজ্জিত কৰি ৰখা হৈছে। নানা ধৰণৰ ফুল আনি নানা ভাৱে মালা গাঁথি ৰখা হৈছে আৰু আমি শোৱা পুলিটিও তেওঁৰ কাৰণে সুসজ্জিত কৰি ৰখা হৈছে। শেষত সাৰ পালো।

৬। এদিন দেখিছো যেন কিছুমান ল'ৰা-ছোৱালীৰে ধেমালি কৰি আছো। হঠাৎ দুয়ো হাতেৰে লাড়ু বন্ধাৰ দৰে কৰাত এটা জ্যোতি হ'ল আৰু সেইটো ওপৰলৈ মাৰি দিয়াত আকাশ পালেগৈ আৰু জ্যোতিটো ডাঙৰ আৰু উজ্জল হৈ উঠিল। কেনে উজ্জল বিজাব নোৱাৰি। সেই জ্যোতিৰ লগত এডাল সূতা আছিল, তাতে ধৰি মই পশ্চিমৰ পৰা পূবলৈ আনন্দত লৰি আহিছো। আৰু সেই জ্যোতিও আকাশেৰে গৈ আছে। তলৰ ঠাই বিলাকো পোহৰ হৈছে। গোটেই মানুহবিলাকে হিন্দু-মুছলমানৰ লগ হৈছে বুলি লৰি-ধাপৰি মোৰ পিনে আহিছে। অৱশেষত সেই জ্যোতি আমাৰ ঘৰৰ ওপৰত ৰ'লহি আৰু কিবা বিশেষ কাৰণত ঘৰ সোমাব লগা হোৱাত মাটিত কিবা এটা বস্তুত সেই সূতাডাল বান্ধি ঘৰ সোমালো। সূতাডাল এবাৰ চিঙিছিল। মই আকৌ জোৰা লগালো।

এজন সাধুক এই স্বপ্নৰ কথা কোৱাত কলে, তুমি ভাগ্যবান দেখিহে এই স্বপ্ন দেখিছা। এইটো আত্মতত্ত্বৰ স্বপ্ন। প্ৰাণ অপানৰ খেলা। প্ৰাণবায়ু ওপৰলৈ যায় আৰু অপানে টানি ৰাখে।

৭। এই স্বপ্নৰ পিচ দিনা প্ৰায় ৰাতি পুৱাবৰ সময়ত দেখিলো যেন মই প্ৰাণায়াম কৰিছো আৰু তাত মগ্ন হৈছো। বস্তুত পলম হোৱাত শ্ৰীযুতা খুৰী আহি মোক মাত লগালে, "তই প্ৰাণায়াম কৰি দেখোন সমাধিৰ ওচৰ পাইছগৈ। তই এইবিলাক ক'ত শিকিলি ?"

অৱশ্যে তেতিয়া মই প্ৰাণায়াম শিকা নাছিলো। ৰাতি গোৰক্ষ সংহিতাখনি পঢ়িছিলো মাথোন। সাৰপাই গম পালো ওৰে ৰাতি যেন মই প্ৰাণায়াম কৰিছিলো ; হাতখন নাকতে আছিল।

৮। ইয়াৰ পিচৰ দিনাই আচৰিত ৰকমে আৰু এটা স্বপ্ন দেখিছো। এজন সাধুৱে মোক ছয় চক্ৰৰ এখন ছবি দেখুৱাইছে আৰু এখন কিতাপত অগ্নিমন্ত্ৰ দেখুৱাইছে। মোক তেওঁ কৈছে "এয়া চোৱা অগ্নিশিখা আৰু এয়া চোৱা তোমাৰ অগ্নিমন্ত্ৰ"। মোৰ লগতে আন এজন মানুহ আছিল। তেওঁ সুধিলে "বাবাজী, এওঁৰ এই মন্ত্ৰই হবনে ?" তেওঁ উত্তৰ দিলে, "ঠিক হব। হৈ যাব।" কিন্তু মোৰ গোটেইটো মন্ত্ৰ মনত নাথাকিল।

৯। এদিন দেখিছো ফুৰিবলৈ গৈছো। বাটত পশ্চিম ফালৰপৰা এজন অপূৰ্ব্ব ৰূপ সম্পন্ন পুৰুষ আহিছে। তেওঁৰ লগত কিছুমান মানুহ আছিল। ওচৰলৈ গৈ দেখিলো তেওঁৰ শৰীৰ আয়নাৰ দৰে ফট্‌ফটীয়া, হেঙ্গুল বৰণ। গোটেই শৰীৰৰ শিৰা বিলাক ৰঙা হৈ উজ্জ্বল হৈছে। মেৰুদণ্ডত এডাল সুন্দৰ সেউজীয়া পাত থকা সুন্দৰ ফুল। দেখি দিব্য দেৱপুৰুষ যেন অনুমান হ'ল। ভাবিলো মোৰ প্ৰতি তেওঁৰ কৃপা নাই তেনেহলে আগলৈ গলে

ৰা কি হব ? এনেতে তেওঁ ইঙ্গিতেৰে মোক মাতি নিলে। পুৰুষজনৰ চকু মৃগৰদৰে। এখন ফুলনে মাতি নি বহুৱাই লৈ শৰীৰৰ নানা ঠাই দেখুৱালে আৰু মোক বহুত কথা বুজালে। কিন্তু সাৰ পোৱাত কথাবিলাক পাহৰিলো।

৩০। এৰাতি দেখিছো শ্ৰীযুত তৰুণচন্দ্ৰ বৰুৱাদেউৰ লগত মটৰত উঠি অশ্বক্ৰান্তত উঠিছোগৈ। উঠাৰ পিচত তেখেতক দেখা নাপালো। মই গৈ মন্দিৰত সোমালো। দেখিলো নাৰায়ণ শয্যা। এফালে বহিছে শ্ৰীযুত মথুৰানাথ গোস্বামী, আন পিনে শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মা* আৰু এপিনে এজন যোগীপুৰুষ। শয্যাৰ মাজত কিছুমান অতি উজ্জ্বল বস্তু আছিল। হাতেৰে কিছুমান তুলি ললো হাতত উঠিল গোলাকাৰ নীল বৰণীয়া জ্যোতিযুক্ত আৰু আখৈৰ দৰে কিবা কিছু। ভালকৈ চোৱাত দেখিলো দোৰোণ ফুল।

৩৭। এদিন দেখিলো এখন জাহাজত উঠি গৈছো। কাষেৰে আৰু এখন জাহাজ ভাহি গৈছে। তাত মোৰ পূৰ্ণ পৰিচিত সহপাঠী কেইজনমানক দেখিলো। এজনে হাতত এখন চিঠি লৈ মোক দেখুৱালে। কোনোবাই হেনো মোলৈ দিছিল। তেওঁ মোলৈ চিঠিখন দলিয়াই দিলে। চিঠিখন ব্ৰহ্মপুত্ৰত পৰিল। তেতিয়া ওপৰৰ ঠিকনাৰ আখৰ কেইটা আকাশত শুভ্ৰ হৈ প্ৰতিবিম্বিত হ'ল। চাই দেখিলো—"ভূমানন্দ।"

২৬।১২।২৯

ৰাতি জ্বৰ হবৰ পাঁচদিনৰ মূৰত দেখিলো—মই যেন হাতত কাপ লৈ কিবা লিখিব আৰম্ভ কৰিছো। এনেতে আগত এজন আৰু সোঁফালে এজন ল'ৰা থিয় হৈছে। মই 'কৃষ্ণ' 'কৃষ্ণ' বুলি আগত থকা ল'ৰাজনৰ ফালে চাই আছো। এনেতে যেন মোৰ মূৰত ম'ৰা পাখি হ'ল আৰু মোৰ অস্তিত্ব নাইকিয়া

---

* লেখাৰুদেৱৰ কলেজীয়া শিক্ষা জীৱনৰ অন্তৰঙ্গ বন্ধু শ্ৰীযুত গোস্বামী আৰু শৰ্মাদেৱ অসম মাতৃৰ অন্যতম প্ৰখ্যাত সুসন্তান।

হ'ল। মই 'কৃষ্ণময়' হলো আৰু দিব্য গন্ধ অনুভৱ কৰিলো। সেই অভিজ্ঞতা আৰু সেই আনন্দ লিখিব বা প্ৰকাশ কৰিব নোৱাৰি। পিচত সাৰ পালো।

মই যেন আছোঁ উমানন্দৰ দক্ষিণ ঘাটত। ওচৰত নাও এখন বন্ধা আছে। এটা যেন ধুমুহা আহিবৰ উপক্ৰম হৈছে। সদাশিৱে যেন কৈছে—"ধুমুহা আহিলে বুৰ দি থাকিব লাগে।" পাৰ্বতীয়ে সুধিলে "প্ৰভু বুৰদি থাকিলে উশাহ বন্ধ নহব নে?"

উত্তৰ দিলে "নহয় প্ৰিয়ে।"

মই সাৰ পাই বৰ আনন্দ পালোঁ আৰু বুজিলোঁ—আপদ-বিপদ আহিলে মানুহে প্ৰভুৰ চিন্তাত মগ্ন থাকিব লাগে। *

---

* লেখক পৰিয়ালৰ ঘৰত বৰ্ত্তমান থকা অন্য এটি বৃহৎ মটিয়া বঙৰ বহীত লেখকদেৱে স্বহস্তে লিখি থোৱা শতাধিক স্বপ্ন আৰু ঠিক অভিজ্ঞতাৰ বৰ্ণনাসমূহৰ পৰা আৰম্ভণিতে উল্লেখ কৰা স্বপ্নটোহে কেৱল প্ৰকাশ কৰা হ'ল।

# চিন্ময়ধাম বৃন্দাবনৰ স্মৃতি

অসম চৰকাৰৰ গভৰ্ণৰ বাহাদুৰৰ নিৰ্দ্দেশমতে, ১৯৫৯ চনৰ মাৰ্চ মাহত বৃন্দাবনৰ ইনষ্টিটিউত অব্ অৰিয়েণ্টেল ফিলছফিৰ শ্ৰীমন্ত শংকৰদেৱ আসনৰ অধীনে, এম্ এ পাছ কৰা ছাত্ৰক ডি, ফিল ডিগ্ৰীৰ বাবে তত্ত্বানুসন্ধানৰ কামত পৰিচালনা কৰা অধ্যাপক স্বৰূপে কাম কৰিবলৈ মোক নিৰ্দ্দেশ দিয়াত, মই বৃন্দাবনলৈ যোৱাৰ সুবিধা পাওঁ। উক্ত ইনষ্টিটিউটৰ প্ৰতিষ্ঠাতা "ভক্তিহৃদয় বন মহাৰাজ"ৰ অনুৰোধ মতেই অসম গভৰ্ণমেণ্টে মোক বৃন্দাবনলৈ পঠায়। উক্ত প্ৰতিষ্ঠানত তত্ত্বানুসন্ধান পৰিচালনাৰ বাবে পৰামৰ্শ স্বৰ্গীয় এছ, ছি, ৰায়েই বনমহাৰাজক দিছিল। উক্ত প্ৰতিষ্ঠানত প্ৰথমে শ্ৰীচৈতন্য চেয়াৰ, শিখ চেয়াৰ, খৃষ্টিয়ান চেয়াৰ, এই তিনিখন চেয়াৰ প্ৰতিষ্ঠিত হয়। প্ৰথমেই তেতিয়াৰ অসম গভৰ্ণমেণ্টৰ অধীনে শিক্ষা বিভাগৰ ডাইৰেক্টৰ স্বৰূপে কাম কৰি থকা এছ, ছি, ৰায়ৰ নিৰ্দ্দেশ মতে শ্ৰীশংকৰদেৱ চেয়াৰৰ ভাৰ মোৰ ওপৰত পৰে। মোৰ পিছতেই শিখ চেয়াৰৰ পৰিচালক হিচাপে আহিল পঞ্জাৱৰ ডক্তৰ মোহন সিং এম্ এ, পি, এইচ্ ডি, ডি লিট্। শ্ৰীচৈতন্য চেয়াৰৰ পৰিচালকৰূপে আৰু ইনষ্টিটিউটৰ ডাইৰেক্টৰ স্বৰূপে কলিকতা বিশ্ববিদ্যালয়ৰ ব্ৰজেন্দ্ৰনাথ শীল চেয়াৰৰ প্ৰফেছৰ এছ, কে মৈত্ৰ, এম্ এ, পি এইচ্ ডি, ডি, লিট। এই তিনিখন আসনৰ কামেই প্ৰথমে চলিল। যিয়ে নহওক আমাৰ কামো প্ৰথমে ছাত্ৰ নোহোৱাকৈ চলিল। প্ৰথমে আহিয়েই ইনষ্টিটিউতৰ এখন সভাত যোগদান কৰিবলৈ সুবিধা পাইছিলোঁ। এই বিশেষ অধিবেশনত ৰামস্বামী আয়েঙ্গাৰ আহিছিল। বেনাৰস বিশ্ব-

বিদ্যালয়ৰ ডঃ আত্ৰেয়কে আদি কৰি দিল্লী, কানপুৰ, কলিকতা আদিৰ সভ্যসকল আহিছিল। স্থানীয় লোকো অনেক উপস্থিত আছিল।

ইনষ্টিটিউটৰ পুথিভঁৰালত বেদ, সংহিতা পুৰাণ, ভাৰত, ৰামায়ণ আদি বহুত গ্ৰন্থ দেখি বৰ ভাল লাগিল। হিন্দী গ্ৰন্থও অনেক আছিল। বিশেষকৈ চৈতন্য পন্থীয় গ্ৰন্থও অনেক আছিল। অসমীয়া আৰু শিখ গ্ৰন্থৰো দুটা আলমাৰী আছিল। দুই এখন অসমীয়া সাঁচিপতীয়া কীৰ্ত্তন পুথিও আছিল। পচিমীয়া দৰ্শনাদি গ্ৰন্থও আছিল।

অৱশ্যে আমাৰ অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ, সাহিত্য আৰু সংস্কৃতি সম্বন্ধে গৱেষণা কৰিবলৈ যিমান পুৰণি গ্ৰন্থ থকা আৱশ্যক সেই হিচাপে ইয়াত অতি কম গ্ৰন্থই আছিল।

এক প্ৰকাৰে চাব লাগিলে অনুষ্ঠানৰ কল্পনা আৰু ইয়াক কামত পৰিণত কৰিবলৈ কৰা গুটীয়া চেষ্টাৰ বাবে সন্ন্যাসীপ্ৰৱৰ স্বামী ভক্তিহৃদয় বন মহাৰাজ প্ৰশংসাৰ পাত্ৰ। স্বামীজীৰ এই প্ৰতিষ্ঠানত অৰ্থ সাহায্য দান কৰি শ্ৰীমন্ত শংকৰদেৱৰ নামত এখন আসন ৰখাৰ যি ব্যৱস্থা কৰিছে সেইটো নিশ্চয় প্ৰশংসনীয়। এই আসনৰ জৰিয়তে এজন অধ্যাপকৰ বাবে আৰু একোজন গৱেষণাকাৰী ছাত্ৰ নিযুক্তিৰ বাবে বছৰি মুঠতে বাৰ হাজাৰ টকাৰ এটা গ্ৰেণ্ট অসম চৰকাৰে মঞ্জুৰ কৰিছে।

বৃন্দাবনত প্ৰথমে ঠাইবোৰ চোৱা, মন্দিৰবোৰ দৰ্শন কৰা, প্ৰসিদ্ধ সন্তাদিৰ আশ্ৰমাদি চোৱা ইত্যাদি ভাবেই বিশেষ প্ৰবল আছিল। আমাৰ ভাগ্যও ভাল আছিল যে যি ঘৰ মানুহৰ ভাড়া ঘৰত থাকিবলৈ লৈছিলোঁ, তেওঁলোকৰ সহায়ত আমাৰ পাণ্ডাৰ আশ্ৰয় লোৱাৰ আৱশ্যক হোৱা নাছিল। আমি যি ঘৰ মানুহৰ ঘৰ ভাড়া লৈ আছিলোঁ সেই ঘৰৰ ওপৰ তালাত আমি থাকোঁ, আৰু তল তালাত মালিক ঘৰ থাকে। বৃন্দাবন আহি পোৱাৰ পিচদিনা পুৱাই বংশীবট, গোপেশ্বৰ, জ্ঞানগুদুৰি, আৰু লালাবাবুৰ মন্দিৰ দৰ্শন কৰি

আছি আমাৰ কৰ্ম্মক্ষেত্ৰ ৰমনৰেতিৰ "ইনষ্টিটিউট-অব্ ওৰিয়েন্টেল ফিলছফি'লৈ গৈ ভৰ্ত্তিহোৱা ৰিপোৰ্টটো দিলোঁ। *

শঙ্কৰদেৱ প্ৰথমে তীৰ্থলৈ গৈ বৃন্দাবনত ৰহাঠাই
শঙ্কৰদেৱ ব্ৰহ্মকুণ্ডৰ পাৰত ছমাহ ( বাহিৰলৈ যাওঁতে )
আৰু দহমাহ ( ভাৰত ভ্ৰমণ কৰি ঘূৰি আহোঁতে )

---

* শ্ৰদ্ধেয় লেখক দেৱৰ এইটোৱেই শেষ প্ৰবন্ধ। বৃন্দাবনৰ পৰা আহি অসুখীয়া গাৰে অতীত ৰোমন্থন কৰাৰ প্ৰয়াস লক্ষ্য কৰা যায়। বাৰ্দ্ধক্যৰ অথিৰতাত কঁপি থকা হাতৰ স্পষ্ট চিন প্ৰবন্ধৰ আখৰবোৰত দেখা যায়। অসম চৰকাৰৰ গৱৰ্ণৰ মহোদয়ৰ ইংৰাজীত দিয়া আদেশটো আধকৰাকৈ লিখি প্ৰবন্ধটোকেই আধকৰা কৰি এৰিলে।—সম্পাদক

# লেখকৰ সাহিত্য সম্ভাৰ

## I প্ৰকাশিত সাহিত্য ৰাজি

### (ক) অনুবাদ কৰা গ্ৰন্থ ঃ

(১) স্বামী ব্ৰহ্মানন্দৰ সংগৃহীত 'শ্ৰীশ্ৰীৰামকৃষ্ণৰ উপদেশ'ৰ অসমীয়া ভাঙনি—১৯২২

(২) ধৰ্মপদ—১৯৪৭

(৩) এনক আৰ্ডেন -১৯৪৮

(৪) ভক্তিবিবেক ঃ ভট্টদেৱ ১৯৫১

### (খ) সম্পাদিত গ্ৰন্থ ঃ

(৫) কথা সাহিত্য—১৯৪০

(৬) কথা গুৰু-চৰিত— ১৯৫২

(৬) অসমীয়া সাহিত্যৰ বুৰঞ্জী (মনসা শাখা)— ৺ভাৰত দাস

### (গ) আলোচনা সাহিত্য ঃ

(৭) বিশ্ববিদ্যালয়ৰ ৰচনাৱলী—১৯৫১

(৮) জন শিক্ষা (আলোচনী)

(৯) আদৰ্শ ৰচনাৱলী -১৯৪৯

### (ঘ) মৌলিক সাহিত্য ঃ

(১০) অসমীয়া ৰামায়ণ সাহিত্য ১৯৪৮

(১১) অসমীয়া সাহিত্য-সেৱক ৺ৰজনীকান্ত বৰদলৈ ১৯৪৮

(১২) লক্ষ্মীনাথ বেজবৰুৱা—১৯৮০ (যন্ত্ৰস্থ)

(১৩) সভাপতিৰ অভিভাষণ সপ্তত্ৰিংশ খিং অধিবেশন- ১৯৭০

(১৪) শ্ৰীশ্ৰীহেড়ীয়াখান বাবা - বঙলা ভাষাত ৰচিত

## ॥ লেখাকৰ অপ্ৰকাশিত সাহিত্য সম্ভাৰ

১। নিমি নৱসিদ্ধ সংবাদ : সংস্কৃত শ্লোক আৰু মহাপুৰুষ শংকৰদেৱৰ পদৰ লগে লগে লেখাকদেৱৰ সহজ-সৰল গদ্যানুবাদ।

২। ভাগৱতৰ আদিকথা (প্ৰথম আৰু দ্বিতীয় খণ্ড)

৩। ডাকৰ বচন--ইংৰাজী অনুবাদ

৪। লেখাকৰ স্বপ্ন বিচিত্ৰা

৫। লেখাকৰ কবিতা সম্ভাৰ (খণ্ড কবিতা)

৬। বিবিধ বিষয়ক প্ৰবন্ধ

৭। বৰগীতৰ ইংৰাজী অনুবাদ

## ইংৰাজী ভাষাত তত্ত্বগধুৰ প্ৰবন্ধ

ক. ড° বাণীকান্ত কাকতি সম্পাদিত "Aspects of Early Assamese literature (1953) গ্ৰন্থত সন্নিবিষ্ট

১) Assamese Versions of the Ramayana

২) Assamese Version of the Mahabharata.

খ. বৃন্দাবনৰ ইংৰাজী আলোচনী 'The Philosophy and cultureত প্ৰকাশিত ।

৩) Religion in Assam throughout the Ages.

৪) Concept of Jiva according to Sri Sankaradeva.

৫) Reminescences of the life of Sri Sankaradeva.

## বঙলা ভাষাত ৰচিত কিতাপ আৰু প্ৰবন্ধ

১) শ্ৰীশ্ৰীহেড়ীয়াখান বাবা—চৰিত্ৰ মাহাত্ম্য

২) বৃন্দাবন ধাম ও গোস্বামীগণ' গ্ৰন্থত প্ৰকাশিত

শ্ৰীশ্ৰীশংকৰদেৱৰ জীৱন আৰু সাহিত্য প্ৰতিভাৰ পৰিচয় জ্ঞাপক প্ৰবন্ধ ।

৩) আদেশ এবং আশীৰ্বাদ (আধ্যাত্মিক গ্ৰন্থ)—হিন্দী গ্ৰন্থৰ বঙলা অনুবাদ ।

———

# লেখাৰুৰ জীৱন প্ৰবাহ

১৯০৫ : ১৩ জানুৱাৰী : মাঘ বিহুৰ উৰুকা, শুক্ৰবাৰ, পুৱা সাত বাজি ৫৪ মিনিটত কদ্ৰেশ্বৰ গাওঁত লেখাৰুৰ জন্ম। পিতৃ নন্দৰাম লেখাৰু, মাতৃ সোণপাহী।

১৯২২ : কটন কলেজিয়েট স্কুলৰপৰা প্ৰথম বিভাগত কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ।

১৯২৪ : কটন কলেজৰপৰা প্ৰথম বিভাগত আই এ,

১৯২৬ : কটন কলেজৰপৰা দৰ্শন বিষয়ত স্নাতক, অনাৰ্চত ২য় শ্ৰেণী লাভ।

১৯২৭ : কটন কলেজত ইংৰাজী বিষয়ত স্নাতকোত্তৰ অধ্যয়ন।

১৯৩১ : উত্তৰ গুৱাহাটীত "আনন্দৰাম বৰুৱা পুথিভঁৰাল" প্ৰতিষ্ঠা।

১৯৩১ : ভাৰতীয় আৰ্য ভাষাত এম্ এ, (প্ৰাইভেট্ পৰীক্ষাৰ্থীহৈ)

১৯৩২ : আৰ্ল ল কলেজৰপৰা বি, এল পৰীক্ষাত উত্তীৰ্ণ।

১৯৩৬ : গুৱাহাটীত ওকালতি

১৯৩৮ : কটন কলেজত অসমীয়া বিষয়ৰ টিউটৰ

১৯৪০ : কলিকতা বিশ্ববিদ্যালয়ৰপৰা অসমীয়া বিষয়ত এম্, এ; কটন কলেজৰ অসমীয়া বিষয়ত মুৰব্বী অধ্যাপক

১৯৫৯ : ডিচেম্বৰ : কটন কলেজৰপৰা অৱসৰ

১৯৬০ : জানুৱাৰী : বৃন্দাবনৰ পাৰমাৰ্থিক বিশ্ববিদ্যালয় অৰ্থাৎ Institute of oriental Philosophyৰ ডীন, গবেষণা পৰিচালক।

১৯৭০ : অসম সাহিত্য সভাৰ সপ্তত্ৰিংশ খিং অধিবেশনৰ সভাপতি

১৯৭৪ : বৃন্দাবনৰ দায়িত্বৰপৰা অৱসৰ গ্ৰহণ

১৯৭৯ : ৩ জুন স্বৰ্গাৰোহণ।